# Kanika-Upanyas Panchama

Five short Novels written by Shri Dinesh Sarma, 'Rupajali' Kharghuli, Guwahati - 781004 Assam and published by M/s Prabal Book Agency, Barowari, Uzanbazar, Guwahati - 3, DTP composed at Hollywood D T P, Goneshguri, Guwahati - 5 and Printed at Minion Offset Press, Opp Commerce College, R G Baruah Road Guwahati - 781003

মূল্য ঃ ষাঠি টকা মাথোন।

ঃ এশ টকা মাথোন (লাইব্ৰেৰী সংস্কৰণ)

বেটুপাত ঃ খনিন দাস।

প্ৰকাশক —
প্ৰবাল বুক এজেঞ্চী,
উজান বজাৰ,
গুৱাহাটী-৩

প্ৰথম প্ৰকাশ ঃ অক্টোবৰ, ১৯৯৬

পৰিবেশনাত —
জ্যোতি প্ৰকাশন,
পাণবজাৰ, গুৱাহাটী।

---

উপন্যাস কেইখন ইতিমধ্যে অসম বাণী, দৈনিক অসম, অগ্ৰদূত আদি বিশেষসংখ্যা আলোচনীবোৰত প্ৰকাশ হৈ গৈছে।



হোমেন বৰগোহাঁঞি শ্ৰদ্ধাস্পদেষু

— দিনেশ ।

**Dinesh Sarma's**

# 5 Short Novels

1. The Golden Orb Of Hope At the Threshold
2. The Bee
3. Bridge On A Dead River
4. The Uprooted Stake
5. Fire Burns

# ।। আশাৰ বেলি বৈ থাকে পদুলি মুখত ।।

ওদালিলৈ নতুনকৈ বাছ চলিছে। সদিয়া পৰত বাছখন বৈ যোৱাৰ লগে লগে ড্ৰাইভাৰে এটা বিকট চিঞৰ মাৰে : ঐ পোবালি ! পোবালি সাজু হৈ থাকে। বাৰ বছৰীয়া পোবালি দৌৰ মাৰি আহি ড্ৰাইভাৰৰ মুখলৈ চাই থাকে।

: মুখলৈ কি চাই আছ ? গেলনটো লৈ ওচৰত ক'ত পায়— মাল অকণ লৈ আহ। ঐ চেকৰ ! পোবালিৰ হাতত মালৰ পইচা দিবি।

পোবালি আকৌ দৌৰ মাৰি বাছৰ পিছফালৰ চিটৰ তলত থকা খালি গেলনটো লৈ বাছৰ পৰা নামে। চেকৰে দুখনমান সহ টকীয়া নোট পোবালিৰ হাতত গুজি দিয়ে। সি ইফালে সিফালে চাই পঠিয়ায়। ওদালি বোলা ঠাইখিনিৰ চ'কটোতে দুখন চাহৰ দোকান। বাঁহৰ বেঞ্চিৰ ওপৰতে দুটা লণ্ঠন টিমিক-টামাককৈ জ্বলি আছে। ধমকি খাব বুলি জানিও সি চুচুক - চামাককৈ ড্ৰাইভাৰৰ ওচৰ চাপিল। ড্ৰাইভাৰ তেতিয়াও চিটৰ পৰা নমা নাই।

: দাদা, ক'ত পোবা যায় ?

হেৰ' তোক কিমান শিকাব লাগে ? খোজ কাঢ়ি আগ বাঢ়ি যাবি। য'তে ফুলবি, বুট ভাজি থকা দেখা পাবি তাতেই দোকানী বাপেৰক সুধি লবি। দেখুৱাই দিব। ওচৰতে ক'ৰবাত থাকিব।ভাল মাল আনিবি।ড্ৰাইভাৰ হাফিজক লাগে বুলি কবি। চাল্লা মালিকবোৰে বাস্তা দেখা নাপায়? বাছৰ লাইন লয় ? বাছ ভাঙিলে ড্ৰাইভাৰৰ দোষ। মদ খাই গাড়ী চলায়।

আবে দুই তলাৰ পৰা নামি আহি চাই যাবি— য'ত গৰুগাড়ীও নচলে তাত হাফিজে মাৰকপোহাই , বাছগাড়ী চলাব লাগে ? খাবলৈ জেগা অকণ নাই , শুবলৈ জেগা অকণ নাই। পেচেঞ্জাৰ আহিব বিশজন; মালিকক ভাড়া সোধাব লাগিব চল্লিশজনৰ । নকৰো চাল্লা এনে মালিকৰ তলত দ্ৰাইভাৰী।

বাছখনৰ দ্ৰাইভাৰ হাফিজে মুখেৰে সেইবোৰ ভোৰভোৰাই থাকোতে বাছখনৰ অৱশিষ্ট পেচেঞ্জাৰ শ্ৰীযুত যতীন ভাগৱতী আৰু তেখেতৰ লগুৱা ধনজিৎ বাছখনৰ পৰা নামিল। নামিয়েই ইফালে সিফালে চালে। নখুটিৰ ফাললৈ যোৱা পথৰু বা আলি বাটটোতে কাঞ্চন চৌহান গৰু গাড়ী এখন লৈ বৈ আছে। কাঞ্চন নেপালী মানুহ। এতিয়া কথাই-বতৰাই, কানি-কাপোৰে অসমীয়া।

ঃ দেউ, মই আহিছো।

সন্ধিয়া কাণিমুনি সময়ত শ্ৰীযুত যতীন ভাগৱতীয়ে প্ৰথমতে কোনে মাতিছে ধৰিবই পৰা নাছিল। ওচৰ চাপি আহি ভালদৰে চালত, গম পালে চৌহান। কাঞ্চন চৌহান।

তোক কৈছিলো নহয় ধনজিৎ! নেপালী মানুহবোৰ বৰ বিশ্বাসী? কথা দিলে কথা ৰাখে। ঘপহকৈ বিশ্বাসঘাতকতা নকৰে।চা। ই গৰু গাড়ী লৈ বৈ আছে।

ধনজিতে লক্ষ কৰিলে মানুহজনক। হুটঙা। খোজবোৰ দীঘল দীঘলকৈ দিয়ে।

দেউ, গাড়ীত উঠক। মই গৰু হাল খেদি আনো। সিহঁতক বাছ অহাত দেখি হোৱা বাবে এৰাল দি থৈছো। ওলালিত আকৌ ভাল চাহৰ দোকান এখনো নাই। ইয়াত চাহ খাই ভাল নাপাব।

চৌহানে কথাবোৰ কৈ কৈ খাঁহ খাই থকা বলদহাল খেদি আনিবলৈ আঁতৰি গ'ল। ইতিমধ্যে শ্ৰীযুত ভাগৱতী চৈ দিয়া গাড়ীখনত উঠিল। উঠাত সহায় কৰিলে ধনজিতে।

তইও উঠ আকৌ!— শ্ৰীযুত ভাগৱতীয়ে ভেকাহি মাৰি ধনজিতক ক'লে।

ঃ প্ৰভু! মই বাছৰ ড্ৰাইভাৰক মাত এবাৰ দি আহো। অচিনাকি ঠাই। তাক বিপদে-আপদে লাগিব পাৰে।

: তই ড্ৰাইভাৰক মাত দিব যাব নে গেলাসত আনিবলৈ যোৱা গেলা খাবলৈ যাব ?

: প্ৰভু ! মুখখন শুকাই গৈছে প্ৰভু!

: উঠ। গাড়ীত উঠ। নহ'লে মোৰ হাতত থকা লাঠিডালেৰে তোক টঙনিয়াই মাৰিম।

ধনজিতে ভয়ে ভয়ে গৰু গাড়ীখনত উঠিল। শ্ৰীযুত ভাগৱতীয়ে জানে ধনজিৎ নোমটেঙৰ মানুহ। চৌহানে ইতিমধ্যে বলদহাল গাড়ীৰ জুৱাত যুঁতি দিলে। কেঁচা আলিবাটত, পথাৰৰ মাজে মাজে গাড়ী চলিল।

আৰু বাৰ কিলোমিটাৰ। শ্ৰীযুত যতীন ভাগৱতী আদহীয়া দেহাৰে এটা হুমুনিয়াহ কাটিলে। তেওঁ চিন্তাত বিভোৰ হৈ পৰিল। অসংলগ্ন চিন্তা কিছুমান তেওঁৰ মনতে পাকখাই আহিবলৈ ধৰিলে। নখুটি।

নখুটি।

সৈন্য বিভাগৰ পৰা অৱসৰ লোৱাৰ পিছত এক্স-চাৰভিচমেনবোৰক চৰকাৰে পুনৰ সংস্থাপনৰ বাবে মাটি দিছে। শ্ৰীযুত যতীন ভাগৱতীয়ে তাত কৃষি পাম খুলিব। এসময়ৰ ডি চি পিছলৈ চিফ চেক্ৰেটাৰী হোৱা কিডোৱাই চাহাব, ডি আই জি দত্ত চাহাব আৰু কেইজনমান। মুঠ মাটি হ'ল তিনিশ বিঘা। বাট-পথ একো নাই। দিনতে বাঘ-পহু ওলায়। কোনোৱে ইয়ালৈ আহিবলৈ ইচ্ছা নকৰে। সেয়ে শ্ৰীযুত যতীন ভাগৱতীক ফাৰ্মৰ চেক্ৰেটাৰী পাতিছে। কৰিব খুজিছে যদি তেওঁৱে কিবা কৰক। সেয়ে সমস্ত দায়িত্ব যতীন ভাগৱতীৰ ওপৰত। সকলোৱে আদৰৰ দেউ। শ্ৰদ্ধাভক্তিৰ প্ৰভু।

গৰু-গাড়ীৰ ডাঙৰ ঠেক্কোত একোবাৰ হঠাৎ সাৰ পোৱা মানুহৰ দৰে ভাগৱতী দেউ চক্ খাই উঠে। আজি ৰাতিটো চৌহানৰ ঘৰতেই কটাব লাগিব। আৰু ৰাতি খুলিবলৈ থাকিবনো কিমান পৰ? যিটো গতিত গৰু-গাড়ী চলিছে সেইটো গতিত গাড়ী গৈ থাকিলে বাৰ কিলোমিটাৰ বাট যাওঁতেই পোহৰ হ'ব।

গাড়োৱান কাঞ্চন চৌহানৰ সোঁফালে চৈখন বাদ্ধি থকা, ওলাই থকা বাঁহৰ টুকুৰাটোতে ওলোমাই থৈছে এটা জ্বলি থকা লণ্ঠন। লণ্ঠনটোৰ সামান্য পোহৰৰ দৰেই শ্ৰীযুত ভাগৱতীৰ মনটোও সামান্য পোহৰে উজ্বলাই তুলিলে।

অ’ কি ভাবিছিল ভাগৱতীদেৱে? চৌহানৰ ঘৰত থাকিয়ে ৰাতি পুৱাই মাটি তিনিশ বিঘাৰ সীমা থিক কৰি লব লাগিব। সোনকালে বৰ্ধি উঠা গছৰ ডাল কাটি আনি গোঁজ বনাব লাগিব। পিছত সেই গোঁজেই গছ হব। স্থায়ী সীমা এটাৰ চিন থাকিব। মাটিৰ চিথা মতেই সোঁফালে থাকিব প্ৰকাণ্ড ষৰেষ্ট বিজাৰ্ভথন। বাওঁফালে লক্ষাজান নদীটো। উত্তৰলৈ ডেৰা পথাৰ। দক্ষিণলৈ কাকী।

দেউ! অকণ সাৱধান হব। — চৌহানৰ চেপা মাত।

কি হ’ল?

সৌটো নেদেখিছেনে? চকু দুটা টলটলকৈ জ্বলি আছে! একো নকৰে। ভয় নাই। পশুপতিৰ ইচ্ছাত একো নকৰে। আলি বাটত বহি থাকিলেহে মস্কিল।

ঃ প্ৰভু! মোৰ লৰা দুটাৰে সৈতে মানুহজনী খাব নাপাই মৰিব! ধনজিতে ভয়তে শ্ৰীযুত ভাগৱতীক খামোচ মাৰি ধৰিলে।

ঃ চুপ! বাঘে ইমান সহজে মানুহ নাখায়। বাঘেও মানুহক বৰ ভয় কৰে।

ধনজিৎ সেই পিনেই তাপ মাৰিলে।

শ্ৰীযুত ভাগৱতীয়ে বৃটিছৰ দিনৰ ঘড়ীটো লঠনটোৰ পোহৰত চাবলৈ চেষ্টা কৰিলে যদিও ঘড়ীৰ কাটা দেখা নাপালে। অনুমানতে চল্লিশ মিনিটমান পাৰ হ’ল বুলি ভাবি থলে।

কিছুদূৰ নিমাও মাও। তাৰ মাজতে শিয়ালৰ খেক্ খেক্ শব্দ। অদূৰত হুদু চৰাইৰ হুদু হুদু শব্দ। মাটিত জিলিৰ চিঞৰ। ভেকুলী জাপ মাৰি পানীত পৰাৰ শব্দ।

এবাৰ গাড়োৱান কাঞ্চন চৌহানে মূৰটো পিছফাল কৰি ভাগৱতীদেউৰ কাণৰ কাষত ফুচফুচাই কিবা এটা ক’লে। শ্ৰীযুত ভাগৱতী দেউৱে নুশুনিলে। অথালি লঠনৰ পোহৰে বিমানখিনিলৈ চুকি পাইছে সিমানখিনিলৈ চাই পঠিয়ালে। সামান্য আঁতৰতে ছাগলী কিছুমান জাক পাতি শুই আছে। শ্ৰীযুত ভাগৱতীয়ে চৌহানৰ পিঠিত লাহে লাহে খপবিয়াই 'সেইয়া'

ঃ হয় দেউ! সেইবোৰ পহু।— চৌহানে মাত লগালে।

ধনজিতে গাড়ীৰ পিছফালৰ পৰা জাপ মাৰি নামিব খুজি “এটা ধৰো নেকি প্ৰভু।”

: চুপ্। তই বহি থাক। পহ দেখি সাহস বাঢ়িছে ?

: এটা ধৰিব পাৰিলে দকচি খাব পাৰিলোহেঁতেন।

গৰু গাড়ী গৈ আছে।

শ্ৰীযুত ভাগৱতীয়ে এইবাৰ গাড়ীখনৰ পিছফালটো দৃষ্টি নিক্ষেপ কৰিলে। এন্ধাৰ ৰাতি। তাতে আকৌ অদূৰত থকা বনাঞ্চলে ৰাতিৰ এন্ধাৰক যেন বেছি গভীৰ কৰি তুলিছে। গাড়ীৰে দুমন্টামান অহাৰ পিছত কোনো মানুহৰ বসতি নাই।

: আমি অকশমান বাট ঘূৰি আহিছো দেউ। সোণিয়ে গলে বনৰীয়া হাতীৰ লগত ভেটা-ভেটি হব পাৰে। পোনাই গলে অৱশ্যে কিছু সময় আগতে পালোহেঁতেন। চৌহানে শ্ৰীযুত ভাগৱতীক উদ্দেশ্যি ক'লে।

গাড়ী গৈ আছে। আঠমুঠি বলদ গৰু। সিহঁতে অকণো আমনি কৰা নাই। এনেতে শুনা গ'ল বাঘৰ গোঁজৰণি। এই নিজম নিস্তাল নিশা পথাৰৰ মাজৰ পৰা শুনা বাঘৰ হাঁওৰণিয়ে ধনজিতৰ বুকু কঁপালে। সি গাড়ীৰ প্ৰতিটো ঠেকেচাতে শ্ৰীযুত ভাগৱতীৰ গাৰ পিনে অকণ অকণ আওবাই যায়। ভয়খোৱা যেন দেখুৱালেও প্ৰভুৰ আপত্তি। ধমকি দিয়ে। সেয়ে সি সেই কায়দাৰে শ্ৰীযুত ভাগৱতীদেৱৰ গাতে লিপিট খাই পৰিল।

চৌহানে কঁকালত বান্ধি থোৱা খুকুৰিখন এনেয়ে এবাৰ খেপিয়াই চাই ক'লে, — এইজনীয়ে পোৱালি বিচাৰি পোৱা নাই। মতাটোৱে খালে চাগে। মেকুৰী আৰু বাঘৰ একে দশা। প্ৰথম পোৱালিটো মতাটোৱে খাই পেলায়।

চৌহানে নিশ্চিত বিপদৰ পৰা সাহস গোটাবৰ বাবেই অনৰ্গল কৈ থাকিল, —

এই যে বনৰীয়া জীৱজন্তু আৰু চৰাই-চিৰিকটিবোৰে মাতে,দেউ। সিহঁতৰ মাতটো সকলো সময়তে একে নহয়। সিহঁতৰ খং উঠা মাতটো আৰু লগৰ লগৰীয়াক মতা মাতটো বেলেগ বেলেগ। আমি ভালদৰে উমান নলও বাবেহে ? মানুহে ভাবে যে কুলিয়ে অকল বসন্ত ঋতুতে মাতে। আচলতে অন্য সময়তো মাতে। পিছে অন্য ঋতুত মতা মাতটো বসন্ত কালত মতা মাতটোৰ লগত একে নহয়। তদুপৰি কুলি চৰাই এনেদৰে নিস্পন্দে ডালে ডালে ঘূৰাই ফুৰে ই সতকাই মানুহৰ চকুত নপৰে। বসন্ত ঋতু আচলতে সিহঁতৰ মিলনৰ সময়। সেয়ে মতা-মাইকী পৰস্পৰে ইজনীয়ে

সিজনক বিচাৰি ফুৰে।

চৌহানৰ কথাবোৰ বুজি ধনজিতৰ বুকুখন অলপ ফৰকাল হ'ল। চাঁটকৈ ঘৰৰ মানুহজনীলৈ তাৰ মনত পৰি গ'ল। কিন্তু বাঘৰ হাঁওৰণিয়ে চৌহানৰ কথাক তল পেলাইছে।

ৰক্ষা ! বাঘজনী যেনিবা গাড়ীৰ পিনে নাহিল।

চৌহানৰ কথা শেষ হোৱা নাই। সি আকৌ আৰম্ভ কৰিলে,—

দেউ ! এই জন্তু আৰু চৰাই-চিৰিকটিবোৰৰ মিল দেখিছেনে? বাঘে অযথা পছ মাৰি নুফুৰে। মানুহ আৰু পৰুৱাৰ দৰে খোৱা বস্তু সাঁচি খোৱাৰ অভ্যাস সিহঁতৰ নাই। নহলে জঙ্গলত দুৰ্ব্বল প্ৰাণীবোৰে জীয়াই নাথাকিলহেঁতেন! হাতীক ইমান বল দিলে , কিন্তু তাক মাংস খাবলৈ নিদিলে। পশুপতি কম নহয় দেউ !

নিশাঁৰি গভীৰ এন্ধাৰ ফালি পথাৰৰ মাজে মাজে গৰু গাড়ীখন গৈ আছে।

হঠাতে বলদ দুটাই গাড়ীখন টানি বাওঁফালে ঘূৰি গ'ল। চৌহানে বাওঁফালৰ ৰঙা বলদটোক হাতত থকা এচাৰি ডালেৰে কেইকোবমান মাৰিলে। নাই নামায়। সিহঁতে ঠতি পাতিলে। সিহঁতে চিধা ৰাস্তাৰে খোজ নাকাঢ়ে। সোঁফালৰ বগা বলদটোৱে মূৰ সোলোকা দিবৰ চেষ্টা কৰিছে। চৌহান গাড়ীৰ পৰা নামিল। শ্ৰীযুত ভাগৱতীয়ে “কি হ'ল অ' কাঞ্চন” ? ইমান সুন্দৰকৈ বলদহালে গাড়ী টানি আনিছে। হঠাৎ সিহঁতৰ কি হ'ল ?”

গাড়ীৰ যুঁৱাটো দুয়োটা গৰুৰ কান্ধত তুলি দি,“ মই বুজি পাইছো দেউ ! সিহঁতে কোনো খটৰনক জানোৱাৰৰ গোন্ধ পাইছে। সিহঁতে তাৰেই ইঙ্গিত দিছে”।

এতিয়া পিছে কি কৰা যায় ? — ভাগৱতী দেউৱে মাত দিলে।

ঃ হয় আমি ইয়াতে ৰাতিপুৱালৈকে বৈ থাকিব লাগিব, নহয় বলদহাল বিপিনে যাবলৈ খুজিছে সেই পিনেই যাব লাগিব। সিহঁতে যাব খোজা বাটেৰে কিছুদূৰ গলে অৱশ্যে ফৰেষ্ট গাৰ্ডৰ ঘৰটো পাম। তাত কাক্কা-কাক্কী এহাল থাকে। ল'ৰা-ছোৱালী নাই।

ঃ তেন্তে সেই পিনেই যোৱা হওঁক।—ভাগৱতী দেউৱে হুকাৰ ধৰিলে।

গাড়ী আগবাঢ়িল। অসংখ্য গছ বনবোৰ পাতল যেন লাগিল। এনেতে

বন্দুকৰ আৱাজ শুনা গ'ল। আটায়ে কাণ থিয় কৰিলে। আকৌ বন্দুকৰ আৱাজ।

: হয় দেউ! আমাৰ বাবেহে নিশাৰ অৰণ্য ভয়াল, চোৰাং চিকাৰীৰ বাবে এইখন হ'ল ৰঙ্গভূমি। শেষ নিশা সিহঁতৰ বাবে উত্তম সময়। এসময়ত ইহঁতে জানোৱাৰ আৰু জঙ্গল একে লগে শেষ কৰিব।

গাড়ী আগবাঢ়িল। বহু সময় নীৰৱতা। লাহে লাহে নিশা উষা হ'ল।

চৰাই-চিৰিকটিয়ে মাত মতাৰ সময়তে নথুটি পালেগৈ। কাঞ্চন চৌহানৰ পৰিয়ালে শ্ৰীযুত ভাগৱতীক আল-পৈচান ধৰাত ব্যস্ত হৈ পৰিল। চাউল-দাইল শ্ৰীযুত ভাগৱতীয়ে নিজে লৈ গৈছিল।

ধনজিত এতিয়াহে বীৰৰ দৰে ব্যস্ত হৈ পৰিল। বন্ধা-মিলাৰ যোগাৰ কৰি দিলে। বাঁহৰ খাটীয়া এখনতে শ্ৰীযুত ভাগৱতীক জিৰণি লবলৈ দিয়া হ'ল। গা-পা ধুই উঠাত চৌহানৰ পৰিয়ালে শ্ৰীযুত ভাগৱতীক সেৱা জনালেহি। পৰিয়ালটোৱে বাহিৰা মানুহ তেনেকৈ নেদেখেই। শ্ৰীযুত ভাগৱতীক পাই তেওঁলোক শিষ্যৰ ঘৰলৈ গুৰু গোঁসাই অহা যেন পালে।

দুপৰীয়ালৈ জিৰাই-শঁতাই শ্ৰীযুত ভাগৱতীয়ে তিনিশ বিঘা মাটিৰ সীমাই সীমাই খোজ কাঢ়িবলৈ ধৰিলে। লগত ধনজিত। হাতত এখন দা। কান্ধত কোৰ। য'তেই গোঁজ পুতিবলৈ ভাগৱতী প্ৰভুৱে নিৰ্দেশ দিছে ত'তেই গোঁজ পুতিছে। এই গোঁজেই এসময়ত গছ হ'ব লাগিব। সীমাৰ স্থায়ী চিন। শ্ৰীযুত ভাগৱতীয়ে এখামোচ মাটি তুলি লৈ হাতৰ তলুৱাত ললে।

: বৰ সাৰুৱা মাটি দেউ! যি ৰুব সেয়ে হ'ব।—পিছে পিছে গৈ থকা চৌহানে ক'লে।

ধনজিতো এনেয়ে নাথাকিল। সি সুবিধা পালেই কথাৰে মুখখন খজুৱায়।

: বোলো মানুহে এনেয়ে কয়নে বোলে— জনাই মাটি কিনে নজনাই হাতী কিনে।

হাতৰ তলুৱাত থকা মাটি খামোচ পেলাই দি শ্ৰীযুত ভাগৱতীয়ে কিবা এটা ভাবিলে। নীৰৱে আগবঢ়া এই তাৰ মনত মুখৰ আগত দেখোজনকে সপোনত দেখা যেন লাগে। তেওঁ যেন সপোনত আপোনাৰ ৰূপ চাইছে। ইমান মাটি চন পৰি আছে। অথচ আমাৰ মানুহবোৰে একেখন চোতালতে ভাই ভাইয়ে হাই-কাজিয়া কৰি থাকে। সিহঁতৰ দূৰলৈ চাবৰ সময় নাই। পৈত্ৰিক

মাটি ডোখৰতে আটায়ে কামোৰ মাৰি ধৰি থাকে। অসমীয়া মানুহ ইমান বেছি ঘৰগোনা। শ্ৰীযুত ভাগৱতীয়ে সৈন্যবাহিনীত কাম কৰোতে ভাৰতবৰ্ষৰ বহু ঠাই দেখিছে। ক'তা ? বাকীবোৰ ঠাইততো মানুহবোৰ আমাৰ দৰে ঘৰগোনা নহয়। য'তে যিদৰে কাম দেখা পাইছে তাতে হাত দিছে। শ্ৰীযুত ভাগৱতী আকৌ আগবাঢ়িল।

তিনিদিনৰ মূৰত ভাগৱতী দেউ ঘৰলৈ আহিবলৈ ওলাল। ইপিনে তেওঁৰ চাউল-পাতো শেষ হৈ আহিছে। ফৰেষ্ট গাৰ্ড কাঞ্চাৰ হতুৱাই চৌহানে গছ টানা হাতী এটা যোগাৰ কৰিলে। সেই হাতীত উঠিয়ে তেওঁ চ'ঠা দিনা পুৱা ওদালি পাবগৈ লাগিব। ৰাতিপুৱা একমাত্ৰ বাছখন ধৰিব লাগিব। হাফিজ ড্ৰাইভাৰে আথে বেথে শ্ৰীযুত ভাগৱতীক বাছৰ আগৰ চিটত বহিবলৈ দিব। ধনজিতে লাম-লাকটু সোপা ল'ব। সি দেশ জয় কৰি অহা ধৰণেৰে ঘৈণীয়েকৰ আগত ফিটাহি মাৰিব। তাৰে কিছু বীৰত্বৰ কথা, তিলটোকে তালটো কৰি শ্ৰীযুতা ভাগৱতী নবৌকো শুনাব। তাৰ যে কিমান ফুৰ্ত্তি।

শ্ৰীযুত ভাগৱতী ধনজিতৰ সৈতে ঘৰলৈ ঘূৰি আহিল। পিছদিনা তেওঁ ৰাতিপুৱা শ্বিলঙলৈ ৰাওনা হ'ল। মনৰ ইচ্ছা — কিড্ওৱাই চাহাব আৰু ডি আই জি [illegible] চাহাবক, চৰকাৰে দিয়া প্ৰাক্তন সৈনিকৰ মাটি তিনিশ বিঘা, নিজে চাই অহা বুলি ক'ব। প্ৰকৃতিয়ে সীমা ঠিক কৰি থৈছে। তথাপি চাৰি সীমাত নিজে গোঁজ পুতি অহা বুলি ক'ব। এতিয়া দিন বাৰ ঠিক কৰি আটাইবোৰ সদস্য লগ হৈ তালৈকে এবাৰ যোৱাহে কথা। সমবায় পদ্ধতিত মিলিটাৰী কৃষি পাম খোলাহে কথা।

কিন্তু আলচা কথা নহয় সিদ্ধি বাটত আছে কণা বিধি। শ্বিলঙলৈ আহি যি কেইজনক তেওঁ লগ ধৰিলে তেওঁলোক আটায়ে নথুটিলৈ দুৰ্গম পথ অতিক্ৰম কৰি যাবলৈ মান্তি নহ'ল। তাতোকে শ্ৰীযুত যতীন ভাগৱতীক চেক্ৰেটাৰী পাতি সম্পূৰ্ণ দায়িত্ব দিয়া হওঁক। দায়িত্ব কিয়? কৰ্তৃত্বও দিয়া হওঁক। ক'ত কি কাগজত চহী কৰিব লাগে কওঁক। আমি চহী কৰি দিওঁ। আৰু যদি শ্ৰীযুত ভাগৱতীয়ে ইচ্ছা কৰে মাটিৰ ফচল বাকীবোৰ সদস্যক টকাৰ হিচাপত দিলেই হ'ব।

কিড্ওৱাই চাহাবৰ বাংলোত চকীৰ ওপৰত দুয়োখন ভৰি তুলি শ্ৰীযুত ভাগৱতীয়ে ক'লে ঃ চাওঁক চাহাব। মই নথুটিৰ নাম কিড্ওৱাই নগৰ দিব খুজিছো। আপোনালোকৰ দৰে উচ্চ পদস্থ বিষয়াবোৰ তালৈ গলেহে

ঠাইখিনি ভাল হ'ব? আপোনালোকে তাত একো কৰিব নালাগে। কেৱল মাজে- সময়ে বছৰেকীয়া মিটিঙত তালৈ গৈ দিহা পৰামৰ্শ দি আহিব। খেতিৰ লগতে আন সকলোবোৰ ব্যৱস্থা মই কৰিম।

শ্ৰীযুত ভাগৱতীৰ বুজনিয়ে কোনো কাম নিদিলে। নখুটিলৈ বাবলৈ কোনো মাত্তি নহ'ল। শ্ৰীযুত ভাগৱতী খিলঞ্জৰ পৰা বিফল মনোৰথ হৈ ঘূৰি আহিল। তেওঁ নিজৰ প্ৰচেষ্টাৰ প্ৰতি সজাগ হ'ল।

ঘৰলৈ ঘূৰি আহি এইবাৰ ভাগৱতীয়ে খগেন, ভজহৰি আৰু তেওঁৰ ছাঁটো হৈ ঘূৰি ফুৰা ধনজিতক লগতলৈ নখুটিলৈ ওলাল। খগেন প্ৰাক্তন সৈনিক। তেওঁৰো তাত ভাগ আছে। নিজৰ ঘৰখন প্ৰাক্তন সৈনিকৰ পেঞ্চনৰ টকাৰে আঁটিছে নে নাই, নাইবা স্কুল কলেজত পঢ়ি থকা ল'ৰা-ছোৱালীহঁতৰ খৰচ সিহঁতে যোগাৰ কৰিব পাৰিছে নে নাই তাৰ প্ৰতি ভাগৱতী দেৱৰ কাণসাৰ নাই। ঘৰখন চলি আছে চলি থাকিব। থকা ঠাইত যি কেইবিঘা মাটি আছে তাৰো আধি চুক্তিৰ ধান বিকয়তে পাইছে নে নাই — সেইবোৰ চোৱাৰ তেওঁৰ সকাহ নাই। তেওঁৰ কেৱল একমাত্ৰ চিন্তা — নখুটিত মিলিটাৰী পাম খুলিব লাগে। টকা-পইচাৰ নাটনি হলেও কৃষি পামখন সজাই-পৰাই তুলিব লাগে। চৰকাৰী কাৰ্য্যালয়ৰ কোমল চকীত বহিবলৈ পোৱা কোনো চাহাব তালৈকে নাযায়।

এইবাৰ নখুটিলৈ দলে-বলে গৈ এবিঘামান মাটি বিক্ৰী কৰিলে। কিনোতাজনৰ নাম বিদেচী। তাকে ফাৰ্মৰ চকীদাৰ পাতিম বুলিও মনে মনে ভাবি থলে। চাৰি সীমাত পুতি থোৱা গোঁজবোৰৰ এটি-দুটি খুঁটিলাত ওলাইছে। গোঁজ গছ হ'ব। তেওঁ নিজেও দুটা সৰু সৰু জুপুৰি সাজিলে। দুখন চোতালত দুটা পঁজা। বাঁহ খেৰ হাবিৰ পৰা আনিলেই হ'ল। সাজিবলৈকো বেছিলৰ নালাগিল। খেতিৰ সঁজুলিও যোগাৰ কৰিলে। হাল বাবলৈ বিদেচীয়ে মানুহ থিক কৰি দিলে। সস্তা দৰত হাজিৰা কৰা কামলা। সিহঁতৰ কোনোবাজনৰ নাম নুৰুল। কোনোবাজনৰ নাম ৰহমত। মাত কথাবোৰ বিদেচীৰ লগত মিলে। পাৰ্থক্য কেৱল — বিদেচী নামৰ মানুহজন হিন্দু। ইহঁতবোৰ মুছলমান।

সিহঁতে নখুটিৰ পথাৰত প্ৰথমবাৰৰ বাবে হাল যুৰিলে। নখুটিৰ পথাৰত সীৰলু খাৰ্জিলে। মৈয়ালে। প্ৰথম ব'দৰ উজাপকো আওকাল কৰি কামলাইঁতে প্ৰভু প্ৰভু বুলি ভাগৱতী দেউৰ বুকুৰ কুটুম যেন হৈ পৰিল। বিদেচীয়ে কেতিয়াবা কেতিয়াবা প্ৰভুৰ ভুল ধৰে। মানুহক কৰকৈ বিশ্বাস কৰিবলৈ

মানা কৰে। শত্ৰু পিছলৈ মিত্ৰ হলে বৰ আনন্দ লাগে, কিন্তু মিত্ৰ শত্ৰু হ'ব লাগিলে তাৰ দৰে যন্ত্ৰণা নাই। প্ৰভু শ্ৰীযুত যতীন ভাগৱতীয়ে বিদেচীক ভেকাহি মাৰি কয় ঃ "কাকো বিশ্বাস নকৰাকৈ সংসাৰত চলিবি কেনেকৈ?" বিদেচী মনে মনে থাকে। সি ঔষধৰ প্ৰথম কিস্তি খুৱাইহে চাইছে? বেমাৰীৰ লক্ষণ চাবলৈ আৰু বহু বাকী।

শ্ৰীযুত ভাগৱতী খেতিত নামি গৈছে। নিজে সকলোবোৰ তদাৰক কৰিছে। তেওঁৰ মনৰ হেঁপাহ — আনক দেখুৱাব নোৱাৰিলেও ঘৰৰ ল'ৰা-ছোৱালীবে সৈতে সমস্ত পৰিয়ালক নখুটিৰ পাম দেখুৱাব। সেউজীয়া হাবি-জঙ্গলৰ মাজত সেউজীয়া ধাননী পথাৰৰ সৌন্দৰ্য্য তেওঁ অকলে ভোগ নকৰে। ঘৰখনৰ আটাইকে দেখুৱাব। ইয়াত বিভিন্ন জাতৰ হৰিণাবোৰ পোহনীয়া ছাগলীৰ দৰে ঘূৰি ফুৰে। মানুহ ওচৰলৈ গ'লেও সিহঁত ছিটিকি নপৰে। শহাপহুৰ পোৱালিবোৰ য'তে-ত'তে চৰি ফুৰে। ধুনীয়া ধুনীয়া চৰাইবোৰ ইয়াত উৰি ফুৰে। ফুটুকী হৰিণীৰ লগত বগলীয়ে কথা পাতে। দীঘল নেজীয়া, ডালে ডালে বগাই ফুৰা হলৌ বান্দৰে ইয়াৰ পথাৰত খোজ কাঢ়ে। বিভিন্ন ভঙ্গীৰে মানুহক জোকাব জানে ইহঁতে। ক'তো যেন দ্বন্দ্ব-খৰিয়াল, হাই-কাজিয়া একো নাই। প্ৰকৃতিৰ ৰম্য ভূমি নখুটি। এনেবোৰ মনোমোহা দৃশ্য বৰ জীয়ৰীয়ে বৰ ভাল পায়। তাইৰ সদাই নতুন নতুন ঠাই চোৱাৰ হেঁপাহ। ন ন ঠাইলৈ যাবলৈ পালে তাইৰ ভোক-পিয়াহ নালাগে। বৰ ল'ৰা সূৰ্য্য লেহাক-পেহীয়েকৰ লগত থাকি কৰিমগঞ্জত পঢ়ে। তাৰ সিমানটো চখ নাই। তাৰ হাঁহেৰেও আঁটে মাহেৰেও আঁটে।

দুমাহ পিছত শ্ৰীযুত যতীন ভাগৱতী নিজ গাঁৱৰ ঘৰলৈ আহিল। ইতিমধ্যে নখুটিৰ কেৰাবিৰা মাটিত ধান পেলাইছে। ধানবোৰ গজি উঠিছে।

ঘৰলৈ আহিয়েই চোতালত এটা উমৈহতীয়া আদেশ জাৰি কৰিলে। অহা ৰবিবাৰে ঘৰৰ সকলোবোৰ নখুটিলৈ যাব লাগিব। বাহেৰে ওলালৈ গৈ তাৰ পৰা হাতীৰে বাকীছোৱা বাট। কাৰো আপত্তি নবজিব। মই ভজহৰি আৰু চৌহানক কৈ আহিছো — দুটা হাতী যোগাৰ কৰি থৈ থাকিব। হাতীৰ পেটিত পকা চল্‌ৰাবে 'ভাগৱতী' বুলি লিখা থাকিব।

চোতালৰ এচুকত আবাসী চকীত বহি এইবোৰ কথা শ্ৰীযুত ভাগৱতীয়ে কাক উদ্দেশ্যি কৈছে তাক শ্ৰীযুত ভাগৱতীয়ে বুজি পায়। আৰু এই আদেশ যে আখৰে আখৰে পালন কৰিবই লাগিব তাকো তেওঁ জানে। কিন্তু ঘৰখনৰ

বস্তুবোৰ আলাই-অথানিকৈ এৰি যাবওতো নোবাৰি। অন্ততঃ পোহনীয়া পাৰ চৰাই কেযোৰক আহাৰ দিয়া মানুহ এজন নাথাকিলে কেনেকৈ হ'ব? গাইগৰু কেজনীৰ কথাটো আছেই। শেহতীয়া জীয়ৰী অনিজনীও তেনেই সৰু। মইনাই দেউতাকৰ "উমেহতীয়া আদেশ" শুনি বৰ বং। তাই হাইস্কুলত পঢ়ে। তাই এনেয়ে গান গাই নাচি থকা ছোৱালী। হাতীৰ পিঠিত উঠিব পাৰিব। নখুটি চাব পাৰিব। তাইক পাই কোনে? এনেয়ে ভেকুলীৰ টোৰটোৰণি তাতে আকৌ বৰষুণ।

আবেলি বৰ জীয়ৰী চহৰৰ হোষ্টেলৰ পৰা অহাৰ লগে লগে খবৰটো দিলে। মিলিবা, আমি নখুটিলৈ যাম। তইও যাব লাগিব। মিলি কলেজত উঠিছেহে। তাইৰো আনন্দ লাগিল। প্ৰথম বাৰতেই ধনজিতকাই ওভতি আহি তাইক কৈছিল নহয় — নখুটিলৈ গলে তোক নেপালীৰ ওচৰত বেচিম। বোলো নবৌ, — মিলিক ৰবকলাৰ সিঁতত বেচিব নালাগে। তাঁতৰ সূতা ছিঙিলে নখুটিৰ নেপালীৰ তালৈ বেচিম বুলিছে কব।

কিবা এক অজান ঠাইলৈ যাব — মিলিৰ সেয়ে উৎসাহ, সেয়ে আনন্দ। অন্ততঃ মিশ্যন হোষ্টেলৰ চিষ্টাৰৰ ৰঙা চকু কেইদিনমানলৈ দেখা নাপাব।

দিন-বাৰ চাই শ্ৰীযুত ভাগৱতী সপৰিয়ালে নখুটিলৈ যাত্ৰা কৰিলে। গাঁৱৰ কোনো কোনোৱে কোবা-কুই কৰিলে বোলে সিহঁত তালৈকে উঠা দিয়ে যাব। কোনোৱে ক'লে — তাত আমাৰ মানুহ নাই। থাকিব কি সতে? স্কুল কলেজ বাদেই , নামঘৰ এটিও নাই। অকল ভাত খাই মানুহ জীয়াই থাকিব পাৰিবনে? কোনোৱে ক'লে — এইয়া ভাগৱতীদেউৰ হুজুগ। তাত থাকি বেয়া লাগিলে আকৌ ঘূৰি আহিব।

নখুটিৰ মনোমোহা প্ৰাকৃতিক পৰিবেশত থাকি ভালেই লাগে। পিছে সদাই ভাল নালাগে। মনৰ কথা এবাৰ পাতিবলৈকো শ্ৰীযুতা ভাগৱতীৰ কোনো নাই। শহৰৰ ঘৰৰ তামোল-পাণৰ ভৰা বাৰী, গোহালিৰ গৰু-ছাগলী, ঘৰৰ চিলিঙৰ পাৰৰ বাহ সোপা — এইবোৰৰ মৰম যেন তেওঁ এৰিয়াহে বুজি পালে। নঙলামুখ ওলালেই 'বৌদেউ' 'খুৰীদেউ' মাতকে যাৰৰ পৰা এনেদৰে থাকি বঞ্চিত হব পাৰিনে বাৰু ?

ঘৰজীয়ৰী মিলিৰ কিন্তু খুউব ফুৰ্ত্তি। নখুটিৰ ঘৰৰ ওচৰতে থকা আমলখি ডালৰ তলসৰা খাবলৈ আহে পহুৰ জাক। নিশা বনৰীয়া হাতী আহি জুপুৰি ঘৰৰ বেৰ হেচুকি গুচি যায়। বাঘৰ হাঁওৰণি শুনি শুনি ভয় লাগে।

বাতি পুৰালেই ভয়বোৰো আনন্দৰ উৎস হৈ পৰে। তাৰোপৰি কত ধৰণৰ যে চৰাই ! নাম নজনা বিভিন্ন ৰঙৰ চৰাইৰ সৈতে উৰি ফুৰিবৰ মনযোৱা বয়স মিলিৰ। নাচোনত কাচোন।

এমাহ থকাৰ পিছত শ্ৰীযুত ভাগৱতীৰ কি মন গ'ল, — আকৌ সপৰিয়ালে উভটনি যাত্ৰা। তেওঁ কোন সময়ত কি চিন্তা কৰে পৰিয়ালৰ কোনেও নাজানে। উঠ বুলিলেই উঠিব লাগিব। বহ বুলিলেই বহিব লাগিব। কাৰো প্ৰতিবাদ তেওঁৰ ওচৰত নবজে। তেওঁ ক্ষণে ৰুষ্ট ক্ষণে তুষ্ট। আকৌ যৰেষ্টত গছ টনা হাতীৰ যোগাৰ। আকৌ হাতীৰ পেটত পকা চপৰাৰে ধনজিতে লিখি দিয়ে "ভাগৱতী"।

হাতীৰে আহি থাকোতে মাজ বাটতে মিলিয়ে দিলে চিএৰ মাৰি। হাতী বৈ গ'ল। কি হ'ল? হাতীৰ নোমে মিলিৰ উৰুত বিজিছে। একেবাৰে কোদো বৰঁলে বিন্ধা দিছে। ধনজিতে হাঁহিৰলৈ ধৰিলে। শ্ৰীযুত ভাগৱতীয়ে ধনজিতক সেই পুৰণি অভ্যাসটোৰে ভেকাহি মাৰি ক'লে : গাদীখন বেছিকৈ বস্তা পাৰি বান্ধিব নোৱাৰিলি ?

: একো নহয় প্ৰভু ! চিন্তা নকৰিব। বগী হোৱালীক হাতীৰ নোমে বিজি ৰঙাছে কৰিছে। তোক বেঁটী বিয়া দিম হাতী থকা ঘৰত।

: তেতিয়ালৈ হাতী নাথাকে ঐ ধনজিৎ। মিছা কথাবোৰ কেলেই কৈছ ?

: হাতী নাথাকিলেওতো গাড়ী থাকিব প্ৰভু ! মটৰ গাড়ী।

: জানো, তই সেইবোৰ কি আশা কৰি আছ ? . ইতিমধ্যে খিলঙলৈ বদলি হৈ অহা সেহাক-সেহীয়েকে বোলে দুৰা এটি চাইছে। তই গম নাপাৱ হবলা ? নলবৰীয়া ল'ৰা। খিলঙতে সচিবালয়ত কাম কৰে। গাই-গাৱীয়ে আমাৰ মিলিৰ লগত মিলিবও বোলে। পিছে থাহ নলবৰীয়া চেকেৰী। কথাই প্ৰতি যুক্তাক্ষৰ হ'ব। আমাৰবোৰে সেইবোৰ কথা বুজি পাৱনে নেপাৱ ?

: কেলেই ? মই আকৌ খাগৰিজানৰ ৰবঠাকুৰৰ পোৱালিটোহে হ'ব বুলি ভাবি আছিলো? সেইটো নহয় হবলা ?

মিলিৰ অজান অবুজ আনন্দত মনটো ভৰি উঠে। তাইৰ জোপোহা কেঁকোৰা চুলিখিনি বতাহতে লেউতীয়া বন হালিছে জালিছে যেন। তাই নকওঁ বুলিও ওঁঠ লৰালে,— তই মনে মনে থাক ধনজিৎ কাই। মই বিয়া

নহওঁ ।

: হেৰ' কথাবাৰ মোক শুনাইছ নে বাপেৰক শুনাইছ ? নখুটিব পথাৰ এতিয়াই চাই ল। পিচলৈ তোৰ এনে কষ্ট নহওক আই ।

শ্ৰীযুত ভাগৱতী এইবাৰ গাঁৱৰ ঘৰতে কেইদিনমান থাকিল। ওলাই সোমাই ঘূৰি ফুৰোতে বেৰেঙীয়াৰ দলঙৰ ৰেলিঙত আড্ডা দি দিনৰ দিনটো বহি থকা দহ-বাৰটা ল'ৰাৰ ওপৰত চকু পৰিল ভাগৱতীৰ।শ্ৰীযুত ভাগৱতীয়ে সেইবোৰৰ প্ৰতিজনকে চিনি পায়।ফুটফুটীয়া বেগী চোলা পিন্ধাটো ভেবেল গায়নৰ ল'ৰা। সৌটো পাঞ্জাবী পেণ্ট পিন্ধাটো নামঘৰীয়াৰ ল'ৰা। মূৰৰ চুলি পিঠিত পৰা সৌটো যাজনিক কৰি ফুৰা মোলান দেউৰ ল'ৰা নহয়নে?খাবলৈ নাপাই বাপেকটোৱে চাউল এমুঠিৰ বাবে দিনটো টলৌ টলৌকৈ ঘূৰি ফুৰে। সৌটো দাড়ি গোফে ভোৰোকাৰ যে— আঠপৰীয়াৰ ল'ৰা। এইবাৰ মেট্ৰিক ফেইল কৰিছে। সি বাটৰ-বা জীয়ৰী-বোৱাৰীক জোকোৰাত লাগিছে। ইহঁতে পিন্ধা ইস্ত্ৰি কৰা কাপোৰবোৰ চাগে বাৰীৰ তামোল নাৰিকল পানীৰ দামত বিক্ৰী কৰিয়েই মাৰোৱাৰী পাঞ্জাবী দোকানীৰ পৰাই কিনিছে। হওঁক তেও। পুতেকহঁতৰ ধুনীয়া চেহেৰা চাবলৈ কোন মাক বাপেকীৰ সত নাজায় বাৰু ? ইহঁতৰ বাপেকহঁতক শ্ৰীযুত ভাগৱতীয়ে যিদৰে চিনি পায় ইহঁতক তাতোকৈ বেছি ভালদৰে চিনি পায়।প্ৰতিজন ল'ৰাৰ ঘৰৰ অৱস্থাও জানে।এদিন শ্ৰীযুত ভাগৱতী মৰসাহ কৰি আটাইকেইজনৰ কাষ চাপিল।

: তহঁতি ইয়াত কি কৰিছ ?

: মাছ চাইছো দেউতা ।

শ্ৰীযুত ভাগৱতীয়ে লক্ষ্য কৰিলে দলঙৰ তলাতে পানীৰ দোঙাটোত গাভৰু এজাকে জাকে মাৰি আছে। তেওঁ একো নেদেখাৰ দৰে থিয় হৈ প্ৰশ্ন কৰিলে— হেৰৌ, মাছ পানীৰ তলত থাকে নাইবা খালৈত সোমাই থাকে। তাক কেনেকৈ দেখিবি ?। তহঁতে মাছ চাইছ নে মাছ মৰাবোৰক চাইছ ?

আচল কথাত ধৰাৰ লগে লগে ইটোৱে সিটোৰ মুখলৈ চাই সেমেনা সেমেনিকৈ লগালে।

: বোলো চুক চামাকথন কৰিব নালাগে।তহঁতকে কব খুজিছো।কথা এষাৰ শুনিবিনে?মোৰ লগত ওলাবিহক নে?ভালদৰে খাবও পাবিবি,ভালদৰে পিন্ধবও পাবিবি।

ঃ দেউতা, আমি মিলিটাৰীত সোমাই যুদ্ধৰ ফিল্ডত মৰিবলৈ নাযাওঁ।

ঃ নালাগে মিলিটাৰীত যাবলৈ। মাজ পথাৰতে থাকিবি। মোৰ লগত ওলাইক।

ঃ কলৈ দেউতা?

ঃ নখুটিলৈ। বিদেশলৈ নহয়। মই পাম ধৰিছো। তইঁতে লাগি দিব লাগে। মাটিও তঁহতৰ নামতে থাকিব। পাবাৰ টিলাৰেবে মাটি চহাব পাৰিবি।

দীঘল চুলীয়াটোৱে পিঠিত পৰা চুলিখিনি এবাৰ দুবাৰ খেপিয়াই ক'লে ,

ঃদেউতা খুটি বুলি কলে যে, সেই ডোখৰত বাইস্কোপ চাবলৈ টকীঘৰ আছেনে?

ঃ সেইটোহে নাই অ' মইনাহঁত। পঢ়িবলৈ স্কুল কলেজ এখনো নাই।

ঃ সেইবোৰ আমাক নালাগে দেউতা। টকীঘৰ আছে যদি জেগাটো এবাৰ চাই আহিব পাৰো। থাকি যাম বুলি কথা দিব নোৱাৰো।

ঃ মোৰ লগত ওলা অ' বাপুহঁত। ভাত পানী লাগে মইয়ে ৰান্ধি খুৱাম। তহঁতে মাথো খেতি পথাৰত অলপ লাগি দিবি। যাবিনে বুবাই?

ঃ এহ্ দেউতাই আকৌ মোকহে দেখা পালে ? মই নোৱাৰিম দেউতা। মাফ কৰিব। মোমাইদেৱে কোৱামতে অহা সপ্তাহত মোৰ 'ফোৰ-গ্রেড্-অফিচাৰৰ' চাকৰিটো হয়হে লাগে। আৰু অলপ পইচা দিবলৈ বাকী আছে। যোগাৰ কৰিব পৰা নাই। জীনৰ পেন্টৰ ওপৰত পাঞ্জাবী চোলা লোৱাজনে ক'লে, — মোৰ পেহীৰ ছোৱালীজনীৰ সখীয়েকৰ বিয়া। অহা মাহতে। মই এতিয়া কলৈকো যাব নোৱাৰো ভাই। মৰি গলেও যাব নোৱাৰো।

সিহঁত যাব নোৱাৰাৰ যুক্তিবোৰ শুনি শ্রীযুত ভাগৱতীৰ থিয় হৈ থকা মাটি ডোখৰে কঁপিবলৈ ধৰিলে। কি দিন পৰিল বাৰু ! ডেকা ল'ৰাবোৰ ঘৰতে শুকাই মৰিব তথাপি কাম কৰিবলৈ ওলাই নাযায়। চৰকাৰখনে ঋণ দিয়ে— ল'ৰাই হিৰ'হোন্দা কিনে। আজি চুলি কটা পইচা কেইটা গৈছে বিহাৰলৈ। কাপোৰ ধুইছে—পইচা গৈছে বিহাৰলৈ। ঘৰ সজা মিস্ত্রী মাতিবা — পইচা গৈছে । এনেকৈ অসমীয়াৰ আলপৈচান ধৰিয়ে লোকে টকা চুটি আছে। ডাঙৰ ডাঙৰ বিয়াগোম চাকৰি কেইটাও আনৰ ভাগত। ইহঁতবোৰৰ হৈছে কি?

অৱশেষত শ্ৰীযুত যতীন ভাগৱতীয়ে অসমীয়া ল'ৰাৰ আশা বাদ দিলে। তেওঁ বৰ চিন্তিত হ'ল। তেওঁ ভবা কামবোৰ নহ'লে মূৰতে টিঙিচকৈ খঙটো উঠে। তেওঁৰ মিলিটাৰী মেজাজেৰে এনেবোৰ নিবনুৱা ডেকাক এফালৰ পৰা কোবাই যাবৰ ইচ্ছা হয়। ইহঁতক নিবনুৱা চাৰ্টিফিকেটখন দিয়ে কোনে ? নে নিজে নিজে এই চাৰ্টিফিকেটৰ গৰাকী হৈ পৰিছে। চৰকাৰখনেই এই 'নিবনুৱা' শব্দটো বেছিকৈ প্ৰচাৰ কৰিছে নেকি বাৰু ? কামৰ চইচৰ বাবে নিবনুৱা হলে জানো আচলতে নিবনুৱা ? সকলোকে হোৱাইট কালাৰ জব্ লাগে। তেওঁ চিন্তিত মনেৰে ঘৰলৈ ঘূৰি আহিল। ভাবিছিল নখুটিৰ পামত নিজৰ গাঁৱৰ ওচৰে-পাজৰে থকা ল'ৰাবোৰকে লৈ গৈ কৃষি পামৰ বনুৱা কৰিব। কিন্তু নহ'ল। তেওঁ নিজে সপোন দেখিছিল ভৱিষ্যৎ পুৰুষক সপোন দেখুৱাবলৈ।

এইবোৰকে ভাবি চিন্তি আহি থাকোতে তেওঁ ঘৰ পালেহি। ঘৰৰ পিৰালীত ভৰি দিছেহে মাথোন, শ্ৰীযুতা ভাগৱতী আইয়ে আথে বেথে আহি সেই আনন্দৰ খবৰটো দিলে। " খবৰ আহিছে — পোহাক-পেহীয়েকে খিলঙত থকা ল'ৰাজন আমাৰ মিলিৰ বাবে এক প্ৰকাৰ ঠিকেই কৰিলে।"

শ্ৰীযুত ভাগৱতী পিৰালীতে থমকি ৰ'ল। যি ফালেই যায় সেইফালেই জোঁট-পোট লগা কথা। ঘৰৰ মানুহজনীয়েও কথা এবাৰ দকৈ ভাবি চাবলৈ সময় নিদিয়ে।

: কিন্তু ভাবি চাইছানে ? এইবোৰ বিয়া বাৰুৰ কথা। ছোৱালীজনীৰ ভৱিষ্যতৰ কথা। এফলীয়াকৈ ঠিক হ'লে ঠিক হোৱা নোবোলে নহয় ? তুমি মাইকী মানুহে এইবোৰ কথাৰ ওৰ ক'ত পাবা ? পেহাক-পেহীয়েকে ঠিক কৰিলেই নহব নহয় ? দৰা পক্ষইও চাব লাগিব। আমিও চাব লাগিব। খিলঙত কত ধৰণৰ ল'ৰা থাকে ? যেই সেই এটা ল'ৰা ঠিক কৰিলেই হবনে ? ইপিনে মিলিয়েও বি. এ. পৰীক্ষাটো দিয়ক। এই সকলোবোৰে মাজত থৰ ধৰকৈ উবুৰি খাই নপৰিবাহোন।

: মই সেইবোৰ কি জানো ? পেহাক-পেহীয়েকে দি কৈ পঠোৱা কথাখিনিহে কৈছো। তাতে আমাৰ নীলিও হেনো ল'ৰাটো দেখিছে। সকলোৰে মুখত কেৱল ল'ৰাটোৰ গুণ-গান। এনেদৰে ঠিক নকৰিলে তুমি কোনোবাদিনা দৰা উলিয়াব পাৰিবা সেই কথা মোৰ মনে নধৰে।

: এই দুপৰীয়াখন ভাত পানী কিবা দিবা নে মোৰ লগত তৰ্ক কৰি

থাকিবা? বিয়াৰ সময়ত দৰা কইনাৰ গুণ-গান কৰাটো নিয়মেই। পিছতহে আচল কথা ওলাই পৰে।

শ্ৰীযুত যতীন ভাগৱতী, জ্যেষ্ঠ্য কন্যা মিলিৰ বিয়াৰ বিষয়ে উদ্বিগ্ন যদিও তেওঁ দৰাৰ এই প্ৰাথমিক খবৰত সিমান এটা গুৰুত্ব দিয়া নাই। তাতে মিলিয়ে দুমাহ পিছত বি,এ পৰীক্ষা দিবহে। ৰিজাল্ট ওলোবালৈ আৰু তিনিমাহ। গতিকে পাঁচ ছয়মাহ বাকী থাকোতে ইমান খৰখেদা লগাবৰ হোৱা নাই।

ভাগৱতীদেৱে দুপৰীয়াৰ আহাৰ গ্ৰহণ কৰি বিছনাতে জিৰণি ললে। শ্ৰীযুতা ভাগৱতীয়ে কিবা এটা সুধিবলৈ ওচৰলৈ পাকে প্ৰকাৰে আহে যদিও কথাটো বহলভাৱে উলিয়াবলৈ সাহস গোটাব পৰা নাই। কিবা এটা সুধিলেই যেন দাবি- ধমকি মাৰি দিব। ঘৰৰ মানুহজনীৰ কথাত গুৰুত্ব দিবলৈ টান পোৱা মানুহ এইবোৰ। গছত উঠি তামোল পান পাৰি দিয়া হেমাৰ বড়ীৰ হৃদলৰ ঘৈণীয়েকে গলৰ যেগটো লৰাই লৰাই আহি পিচফালৰ বাৰান্দাতে তামোল চালি কাটি আছে। শ্ৰীযুতা ভাগৱতীও সেই খিনিতে বহিল। মইনা স্কুলৰ পৰা আহি পাবৰ হোৱা নাই এথোন।

: কিবা বোলেনে, মিলি আইটীৰ ল'ৰা এটি থিক হোৱা বুলি শুনিলো।—হৃদলৰ ঘৈণীয়েক হেমাৰবড়ীয়নীয়ে তামোলৰ বাকলি গুচাই গুচাই সুধিলে।

: "সেইবোৰ কি কৰি"?— শ্ৰীযুতা ভাগৱতীয়ে সিটো ৰূমত জিৰণি লৈ থকা স্বামী ভাগৱতীদেৱৰ কাণত পৰাকৈ ডাঙৰ ডাঙৰকৈ ক'লে— আমাৰ ছোৱালীক কোনোবা লাট চাহাবে বিচাৰি অহালৈকে বাট চাই আছে। সিজনাৰ ভৰি চুই কোনোবাই ছোৱালী বিচাৰি আহিব বুলিহে ভাবি-গুণি আছে।

: ভাল ছোৱালীক বিচাৰি নাহে বুলি নকৰাহোন বৌ! আমাৰ মিলি আইটী কোন ডোখৰত পিছ পৰা?

: হলেও সংসাৰত তাইৰ নিচিনা ছোৱালী আৰু আছে নহয়?

\+ \+ \+

ইপিনে খিলঙত মিলিৰ পেহাক-পেহীয়েকে দৰা থিক হৈ যোৱা বুলি একপ্ৰকাৰ প্ৰচাৰ কৰিছেই। নাম বিকাশ। ল'ৰাই হেনো ছোৱালী নোচোৱাকৈয়ে মত দিছে। সেইটোৱেহে, ঘৰখনে বিশ্বাস কৰিবলৈ টান পাইছে। মিলিৰ কৰ্কায়েক

সূৰ্য্য গৈ খিলং ওলাইছে। ওলাইছে মানে খিলঙত থকা এ,জি অফিচত নতুনকৈ চাকৰি পাইছে। লগতে মিলিৰ বাবে চোৱা দৰাটোকো চোৱাৰ ইচ্ছা। পেহাক পেহীয়েকে বিকাশৰ লগত যোগাযোগ ঘন কৰি আনিছে। ল'ৰাৰ বিষয়ে খা-খবৰো সংগ্ৰহ কৰিছে। সংগ্ৰহ কৰিছে কি ? তেওঁলোক থকা ভাৰা ঘৰটোৰ মালিকজনেই বিকাশহঁতৰ গাঁৱৰ। গতিকে তেওঁতকৈ বেছি খবৰ দিব পৰা মানুহ কোন ওলাব?

পেহাক আৰু পেহীয়েকে সূৰ্য্যৰ মতামত ললে। কাৰণ সি হ'ল ঘৰখনৰ ডাঙৰ ল'ৰা। তাৰো এটা পচন্দ অপচন্দৰ কথা আছে। সূৰ্য্যৰ মতামত লৈ পেহাক পেহীয়েকে এদিন বিকাশক কথাটো ক'লে,

: তুমি এদিন নগাঁওৰ ঘৰখন চাই আহিব লাগে নহয়?

হে হৰি । বিকাশ এতিয়াহে যেন বিপাঙত পৰিল। সেই যে পঞ্চম শ্ৰেণীতে ঘৰৰ পৰা ওলাই গৈছিল সেই দিন ধৰি খিলঙৰ কলেজত পঢ়া নাইবা এতিয়া চাকৰি কৰা সময়লৈকে কোনো পৰিয়ালৰ লগত তাৰ সম্বন্ধ নাছিল। সি সদাই অন্ততঃ এতিয়ালৈকে অকলে কটাইছে। মাক-বাপেক, ভাই-ভনীৰ মৰম চেনেহ কেনে সি বুজি নাপায়। কোনো ইষ্ট-কুটুম্বৰ ঘৰলৈকো যোৱা তাৰ মনত নপৰে। আনকি খিলঙতো নিজাকৈ ঘৰ ভাৰা কৰি থাকে। নিজৰ বহালৈ যিহেতু কোনোদিন কোনো আলহী অহা নাই সেইহেতু নিজে কাৰোবাৰ আলহী হৈও পোৱা নাই। অচিনাকি ঘৰত নিজে আলহী হ'লে কেনেদৰে কথা পাতিব লাগিব নাইবা কেনেদৰে থাকিব লাগিব সেইবোৰৰ প্ৰতি তাৰ অভিজ্ঞতা শূন্যৰ ঘৰত। তদুপৰি স্বাভাৱিক লাজটো আছেই।

ছোৱালীৰ ঘৰখন চাব লাগে। এক বিনম্ৰ অনুৰোধ। এনেকুৱা সাংঘাটিক অনুৰোধৰ সন্মুখত এয়ে মুখা মুখি। কোনেওতো কোনোদিন এনে অনুৰোধ কৰা নাছিল বিকাশক। কৰাহেঁতেন, ভয়ঙৰ অথচ ভাল লগা এনে অনুৰোধত ইমান ইতস্ততঃ কৰিব লগা নহলহেঁতেন।

এতিয়া বিকাশে বাৰু কি কৰে ? বিয়া এদিন কৰাব লাগিব বুলি সি জানিছিল। কিন্তু বিয়া কৰাবলৈ গৈ কিছুমান সামাজিক নিয়মক যে নেওচা দিয়াটো মুঠেই সম্ভৱ নহয় — সি জনা নাছিল। সি কেইদিনমান বেচ মনে মনে থাকিল। কিন্তু এদিন আকৌ হঠাতে মিলি নামৰ অজ্ঞাত ছোৱালীজনীৰ পেহাক আৰু পেহীয়েকে খাটনি ধৰিলে যোলে আমি খবৰ দি পঠালোৱেই; আপুনি যাব বুলি গোটেই পৰিয়ালটো বাট চাই থাকিব।

বিকাশৰ গোটেই গাটো জ্বৰ ঘামে ঘামিলে। সি ছোৱালীৰ ঘৰলৈ যোৱাৰ আগতে এবাৰ নিজৰ ঘৰখনলৈ যোৱাৰ কথা ভাবিলে। তাৰ চেমনীয়া অৱস্থাৰ কথা মনত পৰিল। সি ন দহ বছৰীয়া অৱস্থাতে দেউতাকৰ আলিয়াৰ পামৰ মাটিবোৰ মৈমনসিঙিয়াৰ হাতলৈ গ'ল। বিকাশৰ জন্মৰ আগতে, বাঘমাৰা গাওঁ, পোষ্ট অফিচ নলিতাবাৰী জিলা মৈমনসিঙ দেউতাকৰ বোলে দুশ বিঘা মাটি, দুটা সৰু টিনৰ ঘৰ, এগোহালি গৰুৰ সৈতে এখন পাম আছিল। গুটি ধানৰ ভঁৰাল আছিল দুটা। তেতিয়া ভাৰত স্বাধীন হোৱা নাছিল। হিন্দু মুছলমানৰ কটা-কটি মৰা-মৰি লাগোতে হেনো কনিষ্ঠতম ভায়েকে মাকৰ অসুখ বুলি গাৰো পাহাৰৰ মাজেৰে ককায়েকক পলুৱাই আনিছিল। তাৰ পিছতে বাকীবোৰ ভায়েক ককায়েকে বিকাশৰ দেউতাকক আৰু যাবলৈ দিয়া নাছিল। কিয়নো পৰবৰ্ত্তী কালত সেই ঠাই পূৰ্ব পাকিস্থান হ'ল। এতিয়া বাংলাদেশ। বৰ আপচোচ থাকি গ'ল বিকাশৰ দেউতাকৰ। ককায়েকহঁতে বুজাই-বঢ়াই আলিয়াত পাম ধৰি দিলে। ভূটানৰ কাষত। মস্ত এটা বগা ঘোঁৰাৰ পিঠিত উঠি অহা যোৱা কৰে। পিছে সেইবোৰ জেগাও বৰষুণ দি[illegible]ই বানপানী। বালিৰে পুতি পেলায়। তদুপৰি আলিয়া নদীটোৰ বছৰি বছৰি উৎপাত। আহুধান পালে শালি ধান নাপায়। শালিধান পালে আহু চপাব নোৱাৰে। তাতো আহি ওলাল মৈমনসিঙিয়াৰ দল। স্থানীয় মানুহৰ উচটনিত মাটি দখল। এঘড়ি যুজি চাবৰ ইচ্ছা কৰিলে। পিছে মিছা। খোদ চৰকাৰৰ মানুহৰে হাত আছে।

ঘৰলৈ ঘূৰি আহি যেতিয়া পাগলাদিয়া নদীয়ে নিজৰ ভেটি মাটি খিনিকো উচন কৰিলে তেতিয়া বিকাশৰ দেউতাকে মূৰে-কপালে হাত দি বহি পৰিল। নতুনকৈ বন্ধা মথাউৰিয়ে শ শ নৈ পৰীয়া গাঁৱৰ সৰ্বনাশ মাতি আনিলে। বিকাশহঁতৰ ঘৰখনো বাদ নপৰিল। বিকাশ সেই দৃশ্যৰ সাক্ষী হৈ এখন্তেকো ভাত খকিবলৈ ইচ্ছা নকৰিলে। তাৰ চেমনীয়া মনটোৱে বৰ আঘাত পালে। ধনী মানুহ দুখীয়া হোৱাৰ দৰে যন্ত্ৰণা বোধহয় আন একো নাই। বিকাশে চকু মুখ মুদি ঘৰৰ পৰা বাহিৰ ওলাল। পঢ়া-শুনা কৰিব লাগিলে এইখন ঘৰত থাকি আৰু নোৱাৰি। কাষোৱাৰ আশ্ৰয়ত থাকি অন্ততঃ মেট্ৰিকটো পাছ কৰিব পাৰিলেও হয়। বিকাশ যোলা চেমনীয়া ল'ৰাজন এৰপ্ৰকাৰ নিৰুদ্দেশ হ'ল। মানুহ বোধহয় নম্ৰ আৰু সৎ হ'লে আনৰ সহায় পোৱাত অসুবিধা নহয়। কাৰণ বহুতে সহায়ৰ হাত আগ

ঢ্যাবৰ ইচ্ছা থাকিলেও হাত কোঁচাই আনে, এই দুটা গুণৰ অভাবৰ বাবেই।
কিন্তু বিকাশে মানুহৰ মাজত থকা এই দুটা গুণৰ সদ্ব্যৱহাৰ কৰিলে।
ফলো—ভাল ফলেই পালে।

ঘৰৰ লগতে সকলো ধৰণৰ যোগাযোগ বন্ধ কৰি দিলে সি। মাক বাপেকে কেৱল সি জীয়াই থকাটোহে জানিছিল। ছয় বছৰ চকু মুখ মুদি বাহিৰে বাহিৰে অদূৰত থাকি পঢ়া-শুনা শেষ কৰিলে। তাৰ পিছত একেদৰে আগ পিছ নাভাবি মাথো এটা চোলা আৰু এটা পেণ্ট গাত সুমুৱাই খিলং পালে। সেই একেই গুণেৰে সি চাকৰিও পালে। নিশাৰ কলেজত নামও লগালে। চাকৰিৰ পইচা কেইটালে চাই, তাৰ চেমনীয়া কালতে লোৱা সিদ্ধান্ত যে ভুল হোৱা নাছিল সি প্ৰতীয়মান গ'ল। তাৰ নিজৰ প্ৰতি অগাধ বিশ্বাস সোমাল। মাক দেউতাকলৈ অলপ হলেও পইচা পঠিয়াব পৰা হ'ল। ভাঙি উৰলি যোৱা ঘৰখনত অলপমান হলেও শুকান বালি তিতি উঠিল। বিকাশে তাহানিতেই জানিছিল, পঢ়া-শুনা কৰি থকা অৱস্থাত পিতৃ মাতৃৰ, ভাই-ভনীৰ মায়া সোমালে তাৰ আৰু পঢ়া-শুনা কৰা নহয়।

এনেদৰে থাকোতেই বিকাশৰ কেতিয়ানো বিয়াৰ বয়স হ'ল তাক কৰবই নোৱাৰিলে। বি এ. পাছ কৰিলে। অসম পাব্লিক চাৰ্ভিচ কমিছনত পৰীক্ষা দিলে। ৰাজপত্ৰ বিষয়াৰ চাকৰিত যোগদান কৰিলে। মোটা অংকৰ দৰমহা পোৱা হ'ল। এইবোৰ চাগে আনৰ জীৱনতো ঘটে — বিকাশে ভাবি ভাবি তন্ময় হৈ ৰয়। হাইস্কুলীয়া দিনতে "মইনা পাৰিজাত চ'ৰাত" ছপা হোৱা তাৰ সৰু সৰু গল্প কবিতাবোৰ পুৰণি কাগজৰ মাজৰ পৰা উলিয়াই চায়। লাজত কেতিয়াবা ফালি দলিয়াই পেলাবৰ মন যায়। এতিয়া লিখা গল্প কবিতাবোৰ তাৰ বাবেই বৰ মোহনীয়। লগৰবোৰে তাক মন্তব্য কৰে — প্ৰেমত পৰিলেহে হেনো কবিতা লিখিব পাৰি। সেই প্ৰেম তেজ মঙহৰ শৰীৰৰ নহলেও হয়। কাল্পনিক হলে সকলো পঢ়ুৱৈৰ গ্ৰহণ যোগ্য হয়। ছোৱালীৰ হাতখন চুই নোপোৱা বিকাশৰ বাবে কল্পনাৰ বাহিৰে আৰু কি হব পাৰে?

যথাহ্নকে আকৌ বিয়াৰ কথা মনত পৰে। ছোৱালী চাবৰ বাবে কাৰোবাৰ "এক বিনম্ৰ অনুৰোধ" সি এজনী ছোৱালী চাবলৈ যাব লাগিব। ছোৱালী এজনীয়ে তাক চাবলৈ আগবাঢ়ি আহিব। কোনে আগতে কথা কব? বিকাশে নে ছোৱালীজনীয়ে? ছোৱালীজনীয়ে আগতে কথা কলে

সি সেইজনীক ওভাৰ স্মাৰ্ট বুলি ভাবিব নেকি? নকলে বেঙী বুলি? এইবোৰ দোষ খোচোৰা মানুহৰ কাম। তাৰ নিজৰ বেলিকা একা?

আলি দোমোজাত মানুহ থমকি ৰোৱাৰ দৰে বিকাশৰ মনটোও থমকি ৰ'ল। সি পাগলাদিয়াৰ মথাউৰিৰ বাহিৰত, য'ত বানপানীৰ পৰা পৰিত্ৰাণ পাব বুলি ভাবিছে সেই ঠাইতে এটা অসম টাইপৰ চাবি কোঠালীৰ ঘৰ বন্ধা আৰম্ভ কৰোতেই মাক দেউতাকে খুড়াক খুড়ীয়েকৰ হতুৱাই বিয়াৰ কথা ঘুনুক-ঘানাক কৰিছিল। কিন্তু মাক দেউতাকে নিজে তাক সেই কথা কবলৈ সাহস কৰা নাছিল। কিয়নো যি সন্তানক খুৱাব-পিন্ধাব-পঢ়ুৱাব নোৱাৰিলে সেই সন্তানৰ ওচৰত দাবী কৰিবলৈকো মাক বাপেকৰ কোনো এক্তিয়াৰ নাই। সি নিজৰ বাবে বাট উলিয়াই নিজে বাট বুলিছে তাত আঁনে উপদেশ দিয়াৰ কি অধিকাৰ আছে? কিন্তু মাক বাপেকে খুৱাব পিন্ধাব নোৱাৰিলে বুলিয়ে জানো হাবিয়াহ এটা নাথাকে? সাধ এটা নাথাকে? অহঙ্কাৰো জানো অলপ কৰিবৰ মন নাযায়?

যায়। আৰু যায় বাবেই বিকাশৰ বাবে ছোৱালী অনাৰ কথা ভাবিছে। বিকাশৰ দেউতাকে বিকাশৰ মাকক এই লৈ জোকোৱা আৰম্ভ কৰিছেই। কথাই প্ৰতি কাট মাৰে। বিকাশৰ গুণ গাই— "হেৰা, আমাৰ ল'ৰাই বিলাতত অভিভাৱক নোহোৱাকৈ নিজেই নিজক কেনেদৰে শাসন কৰি চলিছে মন কৰিছানে বাৰু? আজিলৈ কৰবাত কিবা এটা হুলি গলি শুনিলানে বাৰু? কিমানৰ শুনিলো— বিলাতলৈ ডেকা ল'ৰা গলেই হেনো খাটীয়া ছোৱালীৰ প্ৰেমত পৰে? কথাবাৰৰ কোনো গুৰুত্ব নাই বুলি আমাৰ ল'ৰাই বাৰু প্ৰমাণ কৰা নাইনে"?

ঃ এতিয়া বাপেকটোৰ মুখ নালাগিলেহে বক্তা! ল'ৰাৰ কিমান টকা পইচা আছে আমাক জানিবলৈ নিদিয়েই! সেয়ে মইও তাৰ জন্মৰ সময়তে আইতাকে দিয়া দুগদুগীটো

ভভাই ছোৱালীৰ বাবে আঙঠি এটাকে গঢ়াই থৈছো। ছোৱালী চাবলৈ গ'লে সেইটোকে পিন্ধাই আহিব। টোকোনা মানুহ। হাতত একো এটা নাই। বাইজক দেখুৱাই আঙুঠি পিন্ধিবাও। নিজে পিন্ধাই থৈ আহিব।

ঃ তুমি [illegible] আকৌ মনে মনে [illegible] নেকি?

ঃ [illegible] দুষ্টবুদ্ধি [illegible] আমাক [illegible]!

[illegible] নিজৰ [illegible] দিঠো [illegible] তাঁহিল [illegible]

প্ৰায় হৈছেই। মিত্ৰীৰ লগত ইটো সিটো কথা পাতি থাকোতে গাঁৱৰ খুড়াকে লাহেকৈ ক'লে : আমি হলে বোপা, তোৰ বিয়াৰ কথা ভাবিছো। তোৰ মনে খোৱা ছোৱালী আছে যদি কব লাগে আৰু নহলে আমাক দায়িত্ব দিব লাগে।

বিকাশ খিলঞ্জৰ পৰা নিজ গাঁৱলৈ আহিও সেই একে সমস্যাতে পৰিল। সি তাৰ বন্ধ মুখখন আৰু কিমান দিন বন্ধ কৰি ৰাখিব।

: ছোৱালী এজনীৰ খবৰ আহিছে খুড়া। মইহে চাবলৈ যাব পৰা নাই। একেবাৰে নগাঁৱত। ছোৱালীৰ পেহাক-পেহীয়েক আমাৰে ঘৰদেউতাৰ ডাঙৰ দাদাৰ লগত কেন্দ্ৰীয় চৰকাৰৰ কাৰ্য্যালয় এটাত কাম কৰে। হাকুটিজাল তেনেকৈ লাগিছে। মোক মাতিও আছে। সিহে মোৰহে ভয় লাগিছে। কেনেদৰে বা যাবগৈ লাগে ? কেনেদৰে বা কথা বতৰা পাতিব লাগে? মই হলে একো নাজানো। সেইতাই মাক কোৱাও শুনিছো বোলে আজি কালি দিন কালৰ নিয়ম লৰিছে। আগতে ল'ৰাই চাই 'হয়' বুলি ক'লেহে মাক বাপেকে চাব লাগে। আগতে মাক বাপেকে চাই, থাই বৈ আহি, ল'ৰাই শুলোটা খব মাৰি, ছোৱালী বচাত আমি নাই। ল'ৰাই ওঁ বুলি ক'ব তাকে যেনিবা আমি নিয়মটো কৰি 'হো' বুলি কৈ বন্দোবস্তৰ মোখনি মাৰিম।

বিকাশৰ মাকে ওচৰতে থকা পাকঘৰত কাম কৰি থকাৰ পৰাই মাত লগালে — ছোৱালী ঠিক হলে ' চিন ' এটা দি থৈ আহিব লাগে। মই আঙুঠি গঢ়াই থৈছো। সেইটোকে বাজি দিম। লৈ যাবি।

হঠাতে বিকাশৰ মনটো ফৰকাল লাগিল। তাৰ মানে কি তাৰ বিয়াৰ বাবে মনে মনে সকলো সাজু হৈ আছে। সিহে মাথোন মিছাতে দেখি কৰি আছে। এইবাৰ খিলঞ্জলৈ গলেই নিয়মিনা নগাঁৱৰ বাহুত উঠিব। বন্ধু বান্ধৱ কাকো নিনিয়ে। ইয়াৰমানিন অকলশৰীয়া কৈ কটালে — এইবোৰত বন্ধু বান্ধৱ লি কি কৰিব ? ক'ৰবাত দিয়া বোৰাত ছিন-সেৰি হলে তুল-তুক উলিয়াব। তেতিয়া তাৰ ইমানদিনে নিজৰ চিন্তাত সৰ্বোচ্চ চিন্তা বুলি তথা কথাবাৰকত মূল্য প্ৰাপ্তিকিয়া হ'ব।

বিকাশ নিৰ্দিষ্ট দিন তাৰিখ মতেই শ্ৰীযুত ভাগৱতীৰ ঘৰ ওলালহি। কিন্তু কি আচৰিত। শ্ৰীযুত ভাগৱতী ঘৰত নাই। নগুচিত আছেগৈ। মাজু জীয়ৰী মইনা ফুলৰ পৰা আহিয়েই মাক কৌচালে। এইজালকলো

আমাৰ মিলি বাইদেউক দিব পাৰিনে ? সাধাৰণ চোলা পেন্ট এযোৰ। তাকো বাহুত আহোতে মলিয়ন হৈ অহা। মুখত নাই এটা হাঁহি। গোমোথা মুখীয়া। দেখিবলৈ আপচু নহলেও ধুনীয়া নহয়। তাই ভাবি আছিল— মিলি বাইদেউৰ দৰা আহিব এম্বেচেদৰ গাড়ীত — চুট টাই পিন্ধি, মুখত স্নো পাউদাৰ সানি। শ্বিলঙত পিয়ন চকীদাৰেও গধূলি টাই মাৰে। কিন্তু ক'ব এইটো নলবৰীয়া ভূত আহি ওলাল ? মইনা চিনাকি হৈয়ে চাত কৰি ওলাই গ'ল।

বিকাশ ইয়ালৈ আহি ওলাব বুলি জানিও শ্ৰীযুত ভাগৱতী নথুটিৰ পামত আছেগৈ। কিন্তু তেওঁৰ লিগিৰা গৈ ঠিকেই খবৰ দিছে; তথাপিও তেওঁ ঘৰলৈ ঘূৰি অহা নাই। এদিনতে ঘূৰি আহিব বুলি ভাবি যোৱা বিকাশ বৰ বিপাঙ্গত পৰিল। তেওঁলোকৰ যদি সম্বন্ধ পতাৰ ইচ্ছা নায়েই তেন্তে পেহাক পেহীয়েকে সুদূৰ শ্বিলঙৰ পৰা তাক পঠিয়াই দিলে কিয় ? কিহৰ তামচা এইবোৰ। অচিনাকি ল'ৰা বিকাশৰ সম্মানত এই আঘাত হনাৰ অধিকাৰ পালে ক'ত ?

সি যেন কিবা এটা নেদেখা পিঞ্জৰাত আবদ্ধ। অথচ পিঞ্জৰাৰ দুৱাৰ খোলা হৈ[illegible]আছে। কেৱল উৰা মাৰিবৰহে সময় নৌ হয় এথোন।

বিকাশে আগতেই গম পাইছিল সূৰ্য্য আৰু মিলি তাৰ ফলীয়া। মিলিৰ যদি বিয়া হব লাগে বিকাশৰ লগতে হব লাগিব। এই জেদ দুয়ো ককাই ভনীয়ে এৰি নিদিয়ে। কোনো পথ্যে। আনহাতে শ্ৰীযুতা ভাগৱতীৰ চিন্তা — এই ব্ৰাহ্মণ — ল'ৰাজনক ঘৰৰ ভিতৰত সুমুৱাই ৰাখি থোৱাৰেই বা কি হেতু আছে ? গাঁৱৰ মানুহবো চকু পৰিছে। অথচ স্বামীৰ অনুপস্থিতিত তেওঁ হা-না একো কব নোৱাৰে।

শ্ৰীযুত ভাগৱতীৰ ঘৰত দুদিন থকাৰ পিছত বিকাশ যাবলৈ ওলাল। সি যিমান সহজ হব বুলি ভাবি আহিছিল সিমান কঠিনতাৰ সন্মুখীন হব লগীয়া হ'ল। ভিতৰৰ কামেৰে আহ যাহ কৰাটোও যেন শ্ৰীযুতা ভাগৱতীয়ে পচন্দ কৰা নাই। সি সূৰ্য্যক কথাটো ক'লে। সূৰ্য্যই দেউতাক শ্ৰীযুত ভাগৱতী কিবা এটা বিশেষ দিকদাৰীত আহিব পৰা নাই বুলি মিছা মাতিলে। লগতে আৰু দুদিন থাকিবৰ বাবে খাটনি ধৰিলে।

ইতিমধ্যে মিলিয়ে মনে মনে বিকাশৰ ভি আই পি চুইটকেচ খুলি লোণৰ আকৃতি দেখা পালে। তাইৰ বিবেকেই যেন তাইক এই এভিন্নাম

দিছে। লগে লগে বিকাশৰ এই যাত্ৰাৰ উদ্দেশ্য পোহৰ আৰু আনন্দৰ যাত্ৰা বুলি তাই চিহ্নিত কৰিলে। যেন বিকাশ তাইৰ বহুদিনৰ চিনাকি। যেন ভাগৰি পৰা এই অচিনাকি যুৱকজন বহুদিন বহু মাহ বহু বছৰ তাইক বিচাৰি বিচাৰি নিচেই সমীপত আশ্ৰয় লৈছেহি। পৰম নৈকট্যত তাই যেন বান্ধ খাই যাব।

বিকাশক এজন অজলা, একো নজনা শিশুৰ দৰে লাগিল মিলিৰ। ভাগ্যই কলৈ টানে সেইটো দোচোৰা কথা। আৰু এই অচিনাকি শিশু সুলভ মুখখনে যি টানিছে সি বাস্তৱত যেন এইয়ে ধৰা পৰি যোৱাৰ নিকটতম প্ৰশস্তি। বিকাশক সাধাৰণ এজন পুৰুষ বুলি ভাবিলে তাই হয়তো সহজতে প্ৰত্যাখ্যান কৰিব পাৰিলেহেঁতেন। কিন্তু নিজৰ ঘৰৰ ভিতৰৰ এটি কোঠাৰ বিছনাত পৰি থকা এইজনকতো পুৰুষ বুলিব নোৱাৰিয়েই বৰঞ্চ এজনী লাজুকী ছোৱালীতকৈও লাজুক এক মৰম বৈভৱ। কোন অদেখা সখী চিত্ৰলেখাই আনি দিলে মোক? ছোৱালীৰ বাবে নিজা ঘৰখনেইতো এটা অভেদ্য দুৰ্গ। শুই থকাজন নহব পাৰে অনিৰুদ্ধ। চাই থকা জনী নহব পাৰো উষা। বিকাশ কাৰ্ত্তিক নহয় কিন্তু গণেশওটো নহয়। মিলি আন এটা কোঠাত প্ৰবেশ কৰিলে। ওচৰৰ মাকোৰাৰী দোকানখনত বিক্ৰী কৰিবৰ বাবে চুকত গোটাই থোৱা পুৰণা 'আমাৰ প্ৰতিনিধি' 'অসমবাণী' 'দৈনিক অসম' কাকত আলোচনী বোৰৰ পাতবোৰ লুটিয়ালে। মনে মনে। অতি সন্তৰ্পণে। এইবোৰৰ ক'ৰবাত বিকাশৰ গল্প, কবিতা ওলাব পাৰে। লেখক বিকাশৰ। সেইজনেই যে এইজন বিকাশ ভাবিবলৈকে টান লাগে। মিলি অংকৰ ছাত্ৰী। কিন্তু গল্প কবিতাৰ প্ৰতি হঠাৎ উদ্বিগ্ন হৈ ব'ল। তাই পুৰণা কাকত আলোচনী বোৰ তাইৰ এইমাত্ৰ দোকানৰ পৰা কিনি অনা যেন লাগিল। তাই সেইবোৰ ভালদৰে বান্ধি থলে। ঘৰটোৰ ভিতৰত তাই এই মুহূৰ্ত্তত অকলশৰীয়াকৈ থাকিবৰ বাবে ঠাই অকণ বিচাৰিছে। নিজে নিশ্চিন্ত মনেৰে ভাবিবৰ বাবে। কেৱল ভাবি থাকিবৰ বাবে। সমাজৰ চলতি প্ৰথামতে দৰাই ছোৱালী চোৱা নিয়ম। কিন্তু মোৰ কি ভাগ্য যে মইহে প্ৰথমতে ল'ৰা চাবলগীয়া হ'ল। নে বিকাশ কোনোবা জনমত মোৰ প্ৰেমত পৰিছিল? এতিয়া আকৌ? নহয়তো। বিকাশে মোক নাইবা মই বিকাশক দেখাৰ সৌভাগ্য কোনো দিনে হোৱা নাছিল। সেয়ে বিকাশ মিলিৰ প্ৰেমত পৰাৰ প্ৰশ্নই উঠিব নোৱাৰে। তেনেহলে, এইয়া আমাৰ ঘৰখনত কি হব

ধৰিছে? অযথা বিলম্বৰ পাতনি মেলাৰ অৰ্থ কি ?

স্বামীৰ অযথা বিলম্বৰ বাবে শ্ৰীযুতা ভাগৱতী মনে মনে ক্ষুন্ন হ'ল। বেলেগৰ ল'ৰা এজন ঘৰত সুমুৱাই থোৱাটো নিজৰ ছোৱালীৰ বাবেই বেয়া। বদনাম। আৰু নোৱাৰি। যিমান সোনকালে পৰা যায় সিমান সোনকালে এই ল'ৰাক বিদায় দিয়াই যুগুত। শ্ৰীযুতা ভাগৱতীয়ে ৰাতিপুৱা গা ধুই উঠি থাপনাত থকা কৃষ্ণক সেৱা কৰে— 'হে কলীয়া গোসাই। তুমি মোৰ কি পৰীক্ষা লব বিচাৰিছা?'

ৰৱপুত্ৰ সূৰ্য্য শান্ত যদিও একাচেকা। সিও দেউতাকৰ কথা নমনা হ'ল। বাপেকে প্ৰতাপ দেখুৱাব খোজে — সি আগছি ধৰে। সি আজিকালি দেউতাকৰ অভিমান সহ্য নকৰা হ'ল। অহঙ্কাৰক ফু মাৰি উৰুৱাই দিয়া হ'ল। বাপেকৰ খং অভিমানত বহুত হেৰুৱাইছে সিহঁতে। আৰু নোৱাৰে। ভনীয়েক মিলিয়ে বিকাশক পাবই লাগিব। দৰ্কাৰ হলে দেউতাকৰ অনুপস্থিতিৰ কথা সি উলাই কৰিব।

তিনিদিনৰ মূৰত শ্ৰীযুত যতীন ভাগৱতী আহি ঘৰ সোমাল। লগত ভজহৰি। ভজহৰিক তেওঁলোকৰ ঘৰখনত বৰদেউতা বুলি মাতে। সেইবোৰ ল'ৰা-ছোৱালীবোৰৰ গাঁৱৰ সম্বন্ধ। পাতিলোৱা সম্বন্ধ। ভজহৰিও আচলতে ভাগৱতীদেউৰ আন এজন লগুৱা হে। ঠিক ধনজিতৰ নিচিনা। পিছে ধনজিতক ভজহৰিয়ে কূটনীতি অলপ বেছি জানে। অন্ততঃ জনাটো দেখুৱায়। তেওঁ আকৌ কথাই প্ৰতি 'আইনৰ কথা' বুলি কোৱা এটা মুদ্ৰাদোষ আছে। চ'ৰাঘৰতে দুয়োজন বহি লৈ আনটো কোঠাৰ পৰা বিকাশক মতাই অনা হ'ল। ঘৰৰ ল'ৰাৰ দৰেই সি ওচৰ চাপি আহিল।

ঃ তুমি আমাৰ ছোৱালী বিয়া কৰাবা নে নকৰোৱা? স্পষ্টকৈ ক'ব লাগে। মোৰ হাতত বহুত ভাল ল'ৰা আছে।

শ্ৰীযুত ভাগৱতীৰ প্ৰশ্ন শুনি বিকাশ হতভম্ব হ'ল। ভজহৰিয়ে মাত দিলে 'প্ৰভুৱে আইনৰকথাকে কৈছে'।

ঃ মই আচলতে এনে প্ৰশ্নৰ সন্মুখীন হবলৈ ইয়ালৈ অহা নাই। মোক ইয়ালৈ পঠিওৱা হৈছে।

ঃ ছোৱালীয়ে কিমান দূৰৈৰ পৰা পানী আনিব লাগিব? গা-পা ধুবলৈ পাগলা দিয়া নে কি সেই নদীখনলৈ যাব লাগিব নেকি?

শ্ৰীযুত ভাগৱতীৰ প্ৰশ্ন শেষ হোৱাৰ লগে লগে কাষতে বহি থকা

ভজহৰিয়ে আকৌ "প্ৰভুৰে আইনৰ কথাকে" কৈছে বুলি শলাগিলে।

ঃ চাওঁক। আমাৰ ভৱিষ্যত কি হব আজিয়েই কব নোৱাৰিম। আপোনালোকৰ শ্বিলঙত থকা মানুহক মোৰ সকলো কথা লুক-ঢাক নকৰাকৈ কৈ দিছো। তাৰ পিছতে তেওঁলোকে মোক ইয়ালৈ আহিবলৈ খাটনি ধৰিছে।

সেই সময়ত বিকাশৰ অৱস্থা, ফাট দিয়া বসুমতী পাতালে লুকাও। বিয়া কৰাবলৈ হলে এনেকুৱা পৰিস্থিতিৰ সন্মুখীন সকলোৱে হব লাগে নেকি— সি সেইবোৰ নাজানে। বিয়া-বাৰু সম্পৰ্কে একেবাৰে অজ্ঞ সি।

ইতিমধ্যে শ্ৰীযুত ভাগৱতীৰ সৰু চুবুৰীটোত এনে এক পৰিবেশৰ সৃষ্টি কৰা হৈ গৈছিল যেন বিকাশ নামৰ ল'ৰাজনে পৃথিবীৰ কোনোটো চুকতে বিয়া কৰাবলৈ ছোৱালী এজনী বিচাৰি নাপাইহে ইয়ালৈ আহিছে। তেওঁলোকৰ চতুৰালিক বিকাশে মনে মনে শলাগিলে। আৰু সিদিনাই আবেলি সি শ্বিলঙলৈ যাত্ৰা কৰিলে। তাৰ আগতে শ্ৰীযুত ভাগৱতীৰ ঘৰত কিবা অনুষ্ঠানৰ দৰে পাতিছিল যদিও আৰু তাৰ মাতৃয়ে দিয়া আঙুঠিটো মিলি নামৰ ছোৱালী এজনীৰ আঙুলিত পিন্ধাই দিছিল যদিও সেই মুহূৰ্ত্তবোৰ এটা সপোনৰ দৰেই ঘটি গৈছিল বুলি ভাবি ললে বিকাশে। বিকাশৰ যেন উশাহ-নিশাহ বন্ধ হবৰ উপক্ৰম হৈছে। কোনোমতে শ্বিলঙলৈ যোৱা বাছখনত উঠিব পাৰিলেই যেন সি দীঘলীয়াকৈ এটা উশাহ লব। তাৰ পিছত, জীৱনত চালাক চতুৰ হব নোৱাৰাৰ প্ৰায়শ্চিত্তও সি মনে মনে কৰিব বুলি ভাবি থলে।

বিকাশ শ্বিলঙলৈ ওভতি আহি বেচ কেইদিনমান জিৰণি ললে। আতিথ্যৰ বাবে ধন্যবাদ জনাই শ্ৰীযুত ভাগৱতী পৰিয়াললৈ এখন চিঠি লিখিব বুলি ভাবিছিল। নিলিখিলে। চিঠি লিখি দুখ দিয়াৰ ইচ্ছা বিকাশৰ নাই। সি যি কৰিব নিৰবে কৰি যাব।

শ্বিলঙত কেইদিনমান থকাৰ পিছত সি গাঁৱত বান্ধি থকা ঘৰটোৰ তদাৰক কৰিবলৈ আকৌ গাঁৱলৈ যাত্ৰা। সৰুৰে পৰা বাহিৰে বাহিৰে থকা বাবে নিজৰ গাঁওখনত নাইবা ওচৰে পাজৰে কোনো বন্ধু নাই। সি চাকৰিৰ খাটিৰত ভাৰতবৰ্ষৰ প্ৰায়বোৰ ঠাইয়ে ঘূৰিছে কিন্তু নিজৰ গাঁওখনৰ ওচৰত থকা গাঁওখনৰ নাম কি সি নাজানে। ঘৰতে মন মাৰি বহি আছে বিকাশ। মাক দেউতাক তাৰ কাষ চাপিল। ভয় আৰু সন্দেহেৰে

মাকে সুধিলে, —

ঃ তোৰ গাটো ভাল নহয় নেকি ? শ্বিলঙৰ পৰা আহিলি নে আন ক'ৰবাৰ পৰা আহিলি ? ছোৱালী চাবলৈ গৈছিলিনে ?

ঃ গৈছিলো।

ঃ আঙুঠিটো ছোৱালীৰ আঙুলিত থিক জোখত হৈছেনে ?

ঃ হৈছে।

বিকাশৰ শেষৰ উত্তৰটোত মাক দেউতাক উৎফুল্ল হোৱা যেন দেখা গ'ল।

ঃ এতিয়া গা-পা ধো। ভাত পানী খাই বিছনাতে অকণ জিৰণি ল। পিছে বিঐ — বিঐনীয়ে বিয়া কেতিয়া হব তাৰিখটোৰ কথা কিবা কৈছে নে?

পঃ এই বিয়া নহয়। — বিকাশৰ স্পষ্ট উত্তৰ।

লগে লগে বিকাশৰ মাক-দেউতাকৰ হাঁহি মুখীয়া মুখ দুখন ক'লা পৰিল। তেওঁলোক সেই পিনেই থৰ লাগিল। ল'ৰাৰ কিবা এটা হৈছে বুলি গাঁবুঢ়া খুড়াক দুজনক তৎক্ষণাৎ মতাই আনিলে। বিকাশৰ দেউতাকে কিংকৰ্ত্তব্য বিমূঢ় হৈ ক'বলৈ ধৰিলে — "তইঁতেই সোধছোন, মুখ খুলি কথাবোৰনো নকয় কিয় ? ইয়াৰ কিবা এটা হৈছে"।

ঃ মোৰ একো হোৱা নাই। সেইখন ঘৰত মই বিয়া নকৰাও। তাৰ বাবে যদি মোৰ জেল ফাঁচি হয়, — হব।

বিকাশৰ কথা শুনি ডাঙৰ খুড়াকে তাৰ গাটোতে সাবটি ধৰি ক'লে — 'পিতাই ঐ ! কছোন কি হৈছে ? সমস্যাৰ উদ্ভৱ হলে তাক সমাধানও কৰিব পাৰি নহয়। তই খোলা খুলিকৈ কথাবোৰ কলেহে আমিও চিন্তা কৰি চাব পাৰো'।

ঃ কথা একো নাই। মোৰ সিদ্ধান্ত সলনি কৰিছো। মোৰ চাহাবৰ ঢং নাই। গাঁৱৰ ওচৰে-পাঁজৰে আপোনালোকে ছোৱালী চাওক। মই ছোৱালীক নেদেখাকৈ বিয়া কৰাম। কেৱল বংশ মৰ্য্যাদাক ভুল হবলৈ নিদিব।

এইখিনিতে বিকাশৰ মাতৃৰ সৰ্ব্বশৰীৰ জিকাৰ খাই উঠিল। দেউতাকৰ মুখটো আচন্দ্ৰাই কৰিব ধৰিলে। তেওঁ মূৰে কপালে হাত দি নিজৰ কপালখনতে দুটামান চাপৰ মাৰিলে। মাকে এক কৰ্কশ সুৰতে ক'লে — নগাঁওলৈ গৈ ক'ত থাকিলি ? ক'ত খোৱা-বোৱা কৰিলি?

: ছোৱালী ঘৰতে থাকিলো। খোৱা-বোৱাও তাতেই কৰিলো।

: তেনেহ'লে নাপাই বাচা, নাপাই। তোৰ সিদ্ধান্ত সলনি কৰ। তই য'ত এবাৰ ভাতৰ পাতত বহিছ সেই ছোৱালীক তই এৰিব নোৱাৰ। ছোৱালী কণাই হওঁক বা খোৰাই হওঁক তাইক মই ঘৰ সোমাবলৈ নিদিওঁ।

বিকাশৰ দেউতাকো স্থিৰ হৈ নাথাকিল। ইমান দিন চৰিত্ৰত চুণ এচিকতা লাগিব নিদিলি। এতিয়া যদি তই আঙুঠি পিন্ধোৱা ছোৱালীজনীৰ ক্ষেত্ৰত এই কাণ্ড কৰ তেন্তে মই ঘৰ-দুৱাৰ এৰি কৰবালৈ গুচি যাম। ঐ ৰমা, ঐ সৰ্ব্বে তইঁতে মোৰ ল'ৰাক বুজা। তইঁতে তাক সেইমান নকৰোৱাকৈ মোৰ চোতালৰ পকা উঠিব নোৱাৰ। নহলে মই পাগল হৈ যাম। ঐ সৰ্ব্বে ঐ ৰমা? মই এতিয়াই সকলো ত্যাগ কৰিম। পাগলাদিয়াই মোৰ সকলো সম্পত্তি নিলে। ইহঁত আটাইকে মই যমে নিয়া বুলি ভাবিম। ঐ ৰমা ঐ সৰ্ব্বে। তইঁতে কি চাই আছ? তাৰ কথা শুন। সি এনেদৰে বংশ মৰ্য্যাদা ৰক্ষা কৰিবলৈ ওলাইছে? হেৰ, বাপেৰ কোনোদিন কৰ্ম্মত পঙ্গু নাছিলো। ভাগ্যই মোক এনে কৰিছে। তইঁতক পঢ়াব-শুনাব, খুৱাব- ধুৱাব নোৱাৰিলো বুলিয়েই মোৰ আত্মমৰ্য্যদা শেষ হৈ যোৱা নাই। ঐ ৰমা ঐ সৰ্ব্বে । তাক সোধ। কোন অচিনাকি পিতৃ মাতৃ এহালৰ সি মূৰ চোবাবলৈ ওলাইছে? তইঁত পিতৃ নহব? মই পিতৃ নহওঁ? তেনেহলে মোৰ শিক্ষিত পুত্ৰক এতিয়াই সুধি ল। ঐ ৰমা ঐ সৰ্ব্বে ???

: ৰ'বাছোন ৰ'বা দাদি। তুমি ইমান উত্তেজিত নহবা। সামান্য ছোৱালী এজনীৰ ভবিষ্যতক লৈ তুমি ইমান উত্তেজিত নহবা? আমি আছো নহয়। চাওঁ নবৌ! দাদিৰ মূৰত অলপ তেল পানী দিয়াৰ ব্যবস্থা কৰা। দাদিৰ মূৰটোত গৰম উঠি গৈছে। ফীত হৈ গলে মহা মস্কিল হব। সংসাৰত কিমান এনেকুৱা ঘটনা ঘটে । তাকে লৈ ।

বিকাশৰ দেউতাক সামান্য শান্ত হোৱা যেন লাগিল। শান্ত নহয় যেন ভাগৰত লাল-কাল দিছে। কোনোমতে সেহাই সেহাই ক'লে, — আনৰ ছোৱালী হলে সামান্য আৰু মোৰ লৰা অসামান্য? তইঁতে মোক বুজাব আহিছ? মোৰ অভিজ্ঞতাক তইঁতে উপলুঙা কৰিবলৈ আহিছ? নালাগে মোক টিনৰ ঘৰ। এই মনোবৃত্তি লৈ সি মোক টিনৰ ঘৰত ৰাখিব খুজিছে? মোক সুখ দিবলৈ ওলাইছে. মোৰ আজি কি হয় ঠিকনা নাই।

ঘৰ দুৱাৰ টিনি পোৱা হলে মই এতিয়াই গুচি গলোহেঁতেন। সেই বুঢ়া বামুণজনৰ ভৰিতে ধৰিলোহেঁতেন। কিন্তু টিনি জানি নাপাও.       তহঁত এতিয়া যাগৈ। মোৰ গাটো বৰ বেয়া লাগিছে।       বিছনাখনতে অকণ বাগৰ দিওঁ       ।

শ্বিলঙৰ পৰা ঘৰলৈ শুভতি আহোঁতে বিকাশে যিবোৰ কথা ভাবি আহিছিল তাৰ সম্পূৰ্ণ ওলোটা গতি দেখি সি হতবাক হ'ল। জীৱনটোৰ সকলো আৰ্জন হেৰুৱাই একমাত্ৰ বৰপুত্ৰৰ মুখলৈ চাই থকা এই পিতৃ-মাতৃ হালে আচলতে জীৱনৰ কি নিগূঢ় তত্ত্বৰ লগত যুদ্ধ কৰিবলৈ ওলাইছে — বিকাশে তাক বুজি পাবলৈ বেছি সময় নালাগিল। এইয়াতো পিতৃৰ পুত্ৰৰ প্ৰতি উপদেশ নহয়? সমাজৰ দুষ্কৰ্মবোৰৰ বিৰুদ্ধে অভিজ্ঞতা পুষ্ট বিদ্ৰোহ। নিজৰ ঘৰতেই এই সংগ্ৰামৰ ৰণধ্বনি। সেই ধ্বনিত অনুৰণন হয় — যি ঘৰত পাত পৰা যায় সেই ঘৰত মাতৰ সলনি হব নালাগে। ই কি বাস্তৱ সত্য? এই সত্যক যিয়ে আওকাণ কৰে তাৰ দৰে বিশ্বাসঘাতক ভাৰতত নাই।

বিকাশ সুস্থিৰ হ'ল। দেউতাকো সুস্থ হ'ল। কিন্তু বিকাশে তেনে আঘাত পিতৃ-মাতৃক কিয় দিব লগা হ'ল তাক কোনোদিন মুখ খুলি ক'ব নোৱাৰিব। এজনী ছোৱালীৰ বাবে বংশ মৰ্য্যদা, আত্ম মৰ্য্যদাক আওকাণ কৰাৰ কথা সি কেনেকৈ কব? বিয়া বাৰুৰ যে কিছুমান কাম নিজেই কৰিব নালাগে — তাকেই বা সি জানে কিদৰে?

শ্ৰীযুত যতীন ভাগৱতী নথুটিৰ অৱসৰপ্ৰাপ্ত মিলিটাৰীৰ ফাৰ্মত ব্যস্ত। ধান কটাইছে। মৰণা মৰাইছে। ম'হৰ গাড়ীৰে পাঁচ গাড়ী গুটি ধান চপাইছে। নথুটিৰ চোতালত গুটি ধানৰ দমৰ ওপৰত থৈলাৰে বা দি পতান এফলীয়া কৰিছে। ধানবোৰ আঢ়ৈ মোনী বস্তাত ভৰাইছে। বস্তাত ধান ভৰাই থাকোতে কামলা কামৰুৱে কথা এৰাৰ কৈছিলল। কথাষাৰ শ্ৰীযুত ভাগৱতীৰ মনটোতে খুদুৱাই আছে।       কিছুমান ন ন মানুহ হেনো নথুটিৰ ওচৰে পাজৰে হাজিৰ হৈছেহি। খেতি কৰিবলৈ তেওঁ যিবোৰ কামলা ৰাখিছে সেইবোৰৰ লগ লাগি মাটি দখল কৰাৰ কথা পাতিছে। দুৰৈৰ পৰা, আঁতৰত থাকি, সিহঁতক কোনো ৰাজনৈতিক উচ্চাকাংক্ষীয়ে হেনো উচটাই আছে। আজিয়েই সিহঁতৰ কেইজনমান আহি শ্ৰীযুত ভাগৱতী দেউক দেখা কৰিব। মাটিৰ অংশ ভালে ভালে দিলে ভালেই। কিন্তু নিদিলে

জোৰ জুলুম কৰি হ'লেও ল'ব।

কথাবাৰ চিন্তা কৰি থাকোঁতেই দহ বাৰজনমান মানুহ আহিল। বগা গেঞ্জী সেউজীয়া লুঙ্গী পৰিহিত। চোতালৰ সন্মুখতে থিয় হোৱা মানুহ কেজনলৈ দৃষ্টি নিক্ষেপ কৰি শ্ৰীযুত ভাগৱতী দেউৰে প্ৰশ্ন কৰিলে —

: তোমালোক কোন?

: আম্‌ৰা বাবু হইতেছি নদীৰ ভাদাৰ লোক। আমি চৰত আছিলাম। ওখন মাটি খোঁজতেছি।

: তইঁত ক'ৰ পৰা আহিছ বুলিহে সুধিছো। চিধাই গৰাখহনীয়াত পৰা মানুহ বুলি কলি কিয়?

: আম্‌ৰা আচামেৰই লোক।

: "অসমৰ মানুহ হলি বুলিয়েই যাক তাকে মাটিত বহিবিনে? চৰকাৰৰ আইন- কানুন বুলি কথা এটা নাই জানো? ইমান সহজ ব্যাখ্যাৰে মাটি দখল কৰিব নোৱাৰি। বুজিছ? ভজহৰি! মোৰ দুনলীয়াটো লৈ আহ। আৰু সিং বোলা মণিপুৰী পুলিচ অফিচাৰজনক বীত অফিচটোতে খবৰ দি দে।" — কথাখিনি শেষ কৰি শ্ৰীযুত ভাগৱতীদেৱ আকৌ নিজৰ কামত মন দিলে।

মানুহকেইজন অলপ পিছুৱাই গৈ থিয় দি ৰ'ল। ইজনে সিজনৰ মুখলৈ চালে। মানুহ কেইজনে যি বীৰত্ব দেখুৱাব বুলি ভাবি আহিছিল সেই বীৰত্ব জঁয় পৰি গ'ল। সিহঁত ভয়ে ভয়ে আঁতৰি গ'ল। শ্ৰীযুত ভাগৱতীয়ে ধানৰ বস্তাবোৰ শাৰী শাৰীকৈ থকা ম'হৰ গাড়ী পাচঁখনত যোজাই কৰিবলৈ কামলাবোৰক নিৰ্দ্দেশ দিলে। আজি ৰাতি নৌপুৱাওতেই ম'হৰ গাড়ী গৈ ওদালি পাবগৈ লাগিব। গভীৰ জোনাক নিশা শাৰী পাতি ম'হৰ গাড়ী দুৰ্গম বাটেৰে আগবাঢ়িব। প্ৰতিখন গাড়ীৰ তলৰফালে আৰি দিয়া ঘন্টাবোৰে টুলুং টুলুং শব্দ কৰি মাজ ৰাতিক সাৰ পোৱাব। সাৰ পাব ওচৰৰ গভীৰ অৰণ্যাই। নিশাচৰবোৰে তন্ময় হৈ শুনিব সেই টুলুং টুলুং ম'হৰ গাড়ী আগবঢ়াৰ শব্দ। শ্ৰীযুত ভাগৱতী দেউৰ কণ্ঠৰ সাফল্যই চিঞৰিব— হেৰ' ভেকা ল'ৰাহঁত সময় থাকোঁতেই পথাৰৰ মাটিত ভৰি দে।

পামৰ গুটি ধানবোৰ ওদালিৰ বজাৰত বিক্ৰী কৰা হ'ল। বিক্ৰীৰ টকা ভগোৱা হ'ল। এভাগ যাব কিভওৱাই চাহাবলৈ। এভাগ দিব দত্ত চাহাবক। এভাগ খগেনক     এনেদৰে প্ৰতিজন মেম্বৰক। কিয়নো

এইখন পাম যে প্ৰাক্তন সৈনিকৰ পাম।

পামৰ ওচিখান পোৱাৰ আনন্দতে শ্ৰীযুত ভাগৱতীদেৱে এদিন লগুৱা ভজহৰিক লগত লৈ মিলিৰ বাবে চোৱা দৰাজনৰ গাঁৱৰ ঘৰলৈ ওলাল। দলবাৰী চহৰত নামি বাটপথ ভুল কৰি দিনৰ দিনটো টলৌ টলৌকে ঘূৰি আবেলি এজোপা প্ৰকাণ্ড অশ্বত্থৰ শিপাতে মূৰটো থৈ জিৰালে। লগুৱা ভজহৰিয়ে কান্ধৰ গামোচাখনেৰে দেউৰ মূৰ শিতানৰ পিনে বিচি আছে। এনেতে এজন শকত-আৱত গা-গাৰীৰ ধুতী-পাঞ্জাবী পিন্ধি অহা বাটৰুৱাক লগ পালে। তেওঁৰ নাম তাৰানাথ ভট্টাচাৰ্য্য। স্থানীয় হাইস্কুল এখনৰ হেড্‌মাষ্টৰ। তেওঁলোকৰ দুখৰ কথা আদ্যোপান্ত বিবৰিলে। হেড্‌মাষ্টৰ ভট্টাচাৰ্য্যই একেবাৰে ল'ৰাৰ ঘৰত থৈ যাব বুলিও ক'লে। লগতে তেখেত যে ল'ৰাৰ গাঁৱৰে বৰদেউতাক হয় তাকো ক'লে।

শ্ৰীযুত যতীন ভাগৱতী বিকাশহঁতৰ ঘৰত উপস্থিত হ'ল। বিকাশ ঘৰত নাই। খিলঙতে আছে। গতিকে তেওঁলোকক চিনি পোৱা মানুহো নাই। আলহীয়ে যগৰ কৰিবৰ বাবেই হওঁক বা আন কাৰণতেই হওঁক তেওঁলোকে প্ৰথমতে বিকাশৰ মাক দেউতাকক নিজৰ পৰিচয় নিদি কেৱল দূৰৈৰ আলহী বুলিহে চিনাকি হ'ল। বহু দূৰৈৰ ব্ৰাহ্মণ মানুহ। বাট ভুল কৰি এইখিনি পাইছোহি। নিশালৈ অৱশ্যে সেই গুপুত কথাৰ ভেদ ভাঙিল। নিশাটো কটাই শ্ৰীযুত ভাগৱতী লগুৱা ভজহৰিৰ সৈতে মঙাঁও যাত্ৰা। বাহুত আহোঁতে শ্ৰীযুত ভাগৱতীৰ লগুৱা ভজহৰিৰ সৈতে বহি আছিলে। বাটত আহোঁতে ভাগৱতীদেৱে প্ৰথমতে ভজহৰিক প্ৰশ্ন কৰিলে —

ঃ ভ- জ- হ !

ঃ কি প্ৰভু ! কিবা আহিলৰ কথা কব ?

ঃ মানুহবোৰে আমাক আলহী বুলি জানিও মাছ-পুঠি এটা যোগাৰ নকৰিলে। তেওঁলোকে যি খালে আমাকো তাকেই খুৱালে।

ঃ হয় প্ৰভু ! সেইটো আহিলৰ কথা। পিছে ঘৰ-দুৱাৰ চাই নতুনকৈ গা উঠাইছে যেনহে লাগিল। ঘৰ-দুৱাৰবোৰ কিবা ভালদৰে থান-থিত লগা নাই।

ঃ হলেও কিবা আলহীক পাত্তা নিদিয়া ধৰণৰ মানুহ দেও। মোৰ যেন তেন, তোক লগত লৈ আহিয়ে ভাল পালো নহয় ?

: সেইটো একো লাজ কৰিব লগীয়া কথা নহয় প্ৰভু ! আইনৰ কথা কবলৈ গলে আমাক ল'ৰাজনকহে লাগে। মানুহ যবকতো নালাগে। আইনৰ কথা কবলৈ গলে আমাৰ মিলি আইটীয়ে সেইবোৰ ঠিক কৰি লব নহয় ? তদুপৰি আপুনিয়ে কোৱা নাছিল জানো, ল'ৰাই গুৱাহাটী হেনো চহৰত মাটি এভোখৰ লৈ থৈছে ? আপুনি চাব, বিয়া হৈ যোৱাৰ পিছত আমি গুৱাহাটীতহে ভাত খাব লাগিব।

: জানো, তই সেইবোৰ কি আশাৰ কথা কৈ ভাল পাৱ ?

: মই আইনৰ কথা কৈছো প্ৰভু !

: তই ঠিকেই কৈছ ভ-জ- অ। মইহে এইখন কিবা ভাল আইনৰ পাল্লাত পৰিলো।

ঘৰ আহি পালে শ্ৰীযুত যতীন ভাগৱতী। তেওঁৰ মন থাকক নাথাকক, সকলোৱে কৈছে যেতিয়া বিয়া হবই। টোকোলা ল'ৰাই পিছলৈ কি দেখুৱায় তাৰহে অপেক্ষাত থাকিল ভাগৱতী দেৱ। ভাবিছিল—চহৰৰ হাকিম মুন্সীক আহিব। লোকক দেখুৱাই গাড়ী বোঁৱা দৌৰাই পদুলিমুখ তৰলি কৰি থাকিব। নাথাকিল। নহ'ল। এতিয়া গাঁৱৰ মানুহে, ইট কুটুৱাই শুকালৰ কালোৰ মুৰতলৈ হাঁহিব—ভাগৱতীদেউৱে মিলি আইটীৰ বাবে ইমান দিনে দৰা বিচাৰি বিচাৰি শেহত গেলা বৰালিতহে হাত লাগিল। দুয়ো কুল বক্ষা কৰি চলিব জনা দুই একে ক'লে—হয়ও হয়। চকু দুটালৈ চালে ল'ৰাজন বুদ্ধিমান যেন লাগে। কিন্তু কামে-কাজে, খোজে-কাটিলে একেবাৰে মুৰ্খক যেনহে লাগে। কিবা বোলেনে যুগৰ লগত খাপ খাব নজনা ল'ৰা।

শ্ৰীযুত ভাগৱতীয়ে মন থিৰ কৰি লোৱাৰ পিছত এমাহেই দুমাহ যেন লাগিল। দৰা ঘৰৰ পৰা কোনো সাৰ সুৰ নাই। নিজে সব- হৈ পুনৰ দৰা ঘৰলৈ যোৱাৰ তেওঁ পক্ষপাতী নহয়। কিন্তু এনেদৰে এক দুদ্যোল্যমান অৱস্থাতো থাকিব নোৱাৰি ! তেওঁ চিঠি লিখিলে খিলঞ্জত থকা ছোৱালীৰ পেহাক পেহীয়েকলৈ — "তোমালোকে এইবোৰ কি ৰং চাইছা !" তাৰ পিছতো তিনিমাহ পাৰ হৈ গ'ল।

অৱশেষত বিকাশ হাৰি গ'ল। পিতৃ-মাতৃৰ ওচৰত তাৰ জয়ৰ পতাকা উৰুৱাৰ ধৃষ্টতা নাই। আচলতে কিছুমান পৰাজয় জয়তে শেষ নিলায়। বিশেষকৈ আপোনজনৰ ওচৰত। পিতৃ - মাতৃৰ ক্ষেত্ৰততো হয়েই। ছোৱালী

ঘৰত প্ৰথম খোজতে ঘটা আটাইবোৰ ঘটনাই বিকাশে এক দুঃস্বপ্নৰ দৰে পাহৰি যাবলৈ চেষ্টা কৰিলে।

ইপিনে বিকাশৰ দেউতাকে দৰা-কইনাৰ কোষ্ঠী দুখন লৈ গৈ ওচৰৰে অধ্যাপক দদায়েকক দেখুৱালে। একেবাৰে ৰাজজোটক। তেওঁ লৰা-ছোৱালীকৈ ঘৰলৈ আহি পত্নীৰ ওচৰত ব্যাখ্যা কৰিলে। স্বয়ং সংস্কৃত পণ্ডিত অধ্যাপক দদায়েকে কৈছে—ৰাজজোটক। আমাৰ প্ৰথম বোৱাৰীৰ কপালেৰে আমি হেনো আকৌ আগৰ অৱস্থা ঘূৰাই পাম।

পত্নীয়ে সন্তুষ্টিৰ হাঁহি মাৰি ক'লে — মই তেতিয়াই জানিছিলো নহয়? দুই বিয়েৰ একে চেহেৰা । একে গোফ। দুই বিয়ে গোফেৰেই দেশ জয় কৰি ফুৰে । ইমানবোৰ কথা মিলি যোৱাৰ পিছতো ৰাজজোতক নহৈ পাৰেনে ? তুমি কালিলৈকে যোৱাগৈ। দিন বাৰ ঠিক কৰি আহিবা। আমাৰ আকৌ সুদা হাতখনহে বিয়েনীক দেখুৱাবা গৈ ? লাজ নকৰিবা। বিয়েনীক কবা — আমাৰ লৰাই কিবা এটা হাতত তুলি নিদিলে আমাৰ হাত সুদা ।

পিছদিনাখনেই মনৰ উলাহত বিকাশৰ দেউতাক আৰু খুৰাক নগাঁৱলৈ ঢাপলি মেলিলে। নগাঁওৰ বিয়েৰ ঘৰ পাই আদৰ উলাহত আৰু দুদিন থাকি যোৱাৰ ইচ্ছা হৈছিল বিকাশৰ দেউতাকৰ। একেবাৰে তামোল পাণেৰে ভৰা বাৰী । তেওঁৰ সেই পাগলাদিয়াই শেষ কৰা বাৰীখনলৈ মনত পৰিল। ঘূৰি আহি আনন্দতে পত্নীক কৈছিলও — তুমি গোফৰ মিল থকাৰ কথাহে কৈছিলা — ঘৰ দুৱাৰৰো মিল আছে । দিন ঠিক হল । শিলঙলৈ খবৰ পঠিয়াব লাগে । লৰাই প্ৰথমতে তাৰিখটো জানি থোৱা ভাল । আমি আৰু জন্মহে দিছো। সকলোবোৰতো তাৰ মুখৰ ওপৰেৰেই যাব।

মহা ধুম-ধামেৰে বিয়াৰ আয়োজন চলিল । মিলি আহিদেউৰ বিয়া। প্ৰথম পিৰিৰ প্ৰথম বিয়া । নতাবাৰীৰ সোনমুখ গাঁৱৰ ল'ৰা বিকাশৰ লগত। বিয়াৰ খবৰ যাৰ আগতে কৈছে সিয়ে চিনি পায় বিকাশক। শ্ৰীযুত যতীন ভাগৱতী আচৰিত হ'ল। তেনেহলে মোৰ হব লগীয়া জোঁৱাই পৰি মৰা বিধৰ নহয় ? ভি চি পৰা মন্ত্ৰী বিধায়কলৈ সকলোৱে চিনি পায় বিকাশক। মৰিগাঁৱৰ মৌজাদাৰে যেনেদৰে চিনি পায়, শিলঙৰ সচিবালয়ৰ কিভৰাই চাপ্ৰাচেও তেনেদৰে চিনি পায় বিকাশক। বিকাশৰ চাৰ্টিফিকেট দিয়া মানুহৰ অভাৱ নাই। পুলিচ বিভাগৰ সৰু-বৰ পৰা ডাঙৰ চাহাবলৈকে সকলোৱে

চিনি পায় বিকাশক।

ইফালে দৰাঘৰৰ আয়োজন মধ্যম ধৰণৰ। ওচৰৰ গাঁৱৰ ডেকাহঁতে কোবা-কুই কৰিলে— কোন বিকাশৰ বিয়া ? সোনমুখ গাঁৱৰ বিকাশ বুলিতো কোনো লৰাৰ নাম আমি শুনা নাই। কোনোৱে ক'লে— সেইজনী মৌৰাৰ প্ৰাইমাৰী স্কুলত যে একেলগে পঢ়িছিলো ? গাঁৱৰ গাভৰু জীয়ৰী বোৱাৰীহঁতে বিকাশক আওৰি ধৰিলে : তুমি হৰলা আমাৰ ইয়াত ছোৱালী বিচাৰি নাপালা ? একেবাৰে নগাঁও পালাগৈ ? এজনীয়ে ক'লে সেইবোৰ কি কথা কব ? প্ৰেমত পৰিলে নগাঁও শদিয়া কি কথা আছে ? আন এজনীয়ে মুখ পাতিলে, — যা, যা। আজাৰ মাছ ধৰি খাব নজনাজনে আকৌ প্ৰেমত পৰিব ? কোনোবাই জেৰা মাৰিলে। মহ, মহ আহিছেনে। ৰ'বাচোন ৰ'বা। মোক সুধিবলৈ দিয়া — ছোৱালী বগা, ধুনীয়া হয়নে ? বৰমত বহি থাকিলে বোলে বেলেগে চাকি জ্বলাব নালাগে হয়নে ? আলহীয়া এজনীয়ে খঙতে মুৰটো পাক মাৰি ক'লে — উজনিৰ ফালে আমাৰ লৰাবোৰৰ ওপৰত চকু। আমাৰ ছোৱালী হলে লিখৰতে নিনিয়ে। আমাৰ নিলাজবোৰে তাতেহে মুখ ঠেকেচা খাই পৰে। আই চিকৌ ?? . বিকাশ বেঙাটো হৈ দৰা সাজেৰে নহিলাদেৰ চাৰিত বহি বহি শুনি থাকে। সি ভালদৰে জানে — কিবা কাৰণত মাক এইবিলাক আহি পালেই এইবোৰ ফৰিং ছিটিকা দিব।

কইনাঘৰত বিয়া তিনিদিনীয়া। দুকঠা মাটিৰ ওপৰত প্ৰকাণ্ড ঘৰ। শ্ৰীযুত ভাগৱতীয়ে হিচাপ নোহোৱাকৈ নিমন্ত্ৰণ কৰিছে বাইজক। খুৱাবলৈ কিমান বস্তুৰ যোগাৰ আছে তাৰ প্ৰতি তেওঁৰ চকু নাই। বিয়ালৈ সকবিয়ালৈ আহিব কিন্তু ! যেনে তেনে। ৰাতি বিয়া ভগালৈকে থাকিব লাগিব কিন্তু।
মিলি আহিছিব বিয়ালৈ কেলৈ নাযাম, ইমান ধৰম লগা ছোৱালী তাই !

ছোৱালীক নোৱোৱা ধুওৱা তিনিদিন আগৰ পৰা। ৰজাৰ খুটাত ৰঙীন কাগজ। দুটাকৈ গেট। বেণ্ডপাৰ্টী, কনচাৰ্ট পাৰ্টী, ঢুলীয়া-খুলীয়া একো বাদ নাই। আটাইবোৰেই ভাগে ভাগে বাদ্য বাজনা। লগত নিশালৈ কবিয়ালীৰ ভাওনা। সীতাহৰণ। দৰাক মূল বাটৰ পৰাই আদৰি অনা হ'ব — দোলাত। আজিকালি দোলা কঢ়িওৱা মানুহ নাই। কিন্তু শ্ৰীযুত ভাগৱতীৰ জোঁৱায়েকক দোলাত উঠাই কান্ধত তুলি লবৰ বাবে মানুহৰ অভাব নহ'ল। দ্বিতীয়টো তোৰণ ৰ'তে ভ'তে মহত্ত্ব। পদুলিমুখত। ৰ'ত দৰা দোলাৰ

পৰা নামিব আৰু বৰপীৰাত ভৰি দিব, তাতে। শ্ৰীযুত ভাগৱতীয়ে ভৰিৰ বুঢ়া আঙুলিৰে মাটিত যিটো পিটিকা মাৰিছিল তাৰ এক ইঞ্চিও ইফাল-সিফাল হ'ব নোৱাৰিব। ভাগে ভাগে জলপান। খোৱা বস্তু। কোনে দিব, ক'ত বহুৱাব তেওঁ নাজানে। কিমান মানুহ মাতিছে তাৰ হিচাপ তেওঁ যিদৰে নাজানে ঘৰৰ আন আন সদস্যইও ভু-ভা নাপায়। কিন্তু হিচাপহীন ভাবে যে মানুহক নিমন্ত্ৰণ কৰা হৈছে সেই কথা সকলোৱে জানে। আবেলি নিমন্ত্ৰিত অভ্যাগতৰ ভীৰ দেখি সকলোৱে বিচূৰ্ত্তি খালে। খাবলৈ জেগা ওলোৱা নাই। বহিবলৈ জেগা ওলোৱা নাই। অনেকে নিজৰ বুলি থিয়ই থিয়ই হাতত জলপান তুলি ললে।

বিয়াৰ ধুম-ধাম চলি থাকোতেই নিশা এঘাৰটা বাজিল। কিছুমান মানুহ ঘৰা-ঘৰি যোৱাৰ উপক্ৰম। দহ বজাতেই আহি পাব লগা দৰা পাৰ্টিৰ এতিয়াও দেখা-দেখি নাই। এঘাৰ বাজি গ'ল। বাৰ বাজিল। লাইটৰ বাল্বৰ চাৰিওফালে উৰি ফুৰা চগাবোৰ যুদ্ধ ক্ষেত্ৰত পতিত হোৱা সৈনিকৰ দৰে মাটিত চিটভোলোঙা খাই পৰিল। গৃহস্থক এৰাব নোৱাৰা আলহীবোৰে বভাৰ তলৰ কাৰ্পেটতে শুলে। কোনোবাই বেঞ্চতে শুই পৰিল। ভাওনা পাৰ্টিৰ দাড়ি-গোফ লগোৱাবোৰে গোফৰ আগ টনা-টনি লগালে। ভাগৱতী দেউৰ আদেশ নহলে সেইবোৰ খুলি থবও নোৱাৰে। মুখত ৰং ঘহি দ্ৰেছ-পাতি কৰি থাকিলে বাগৰ এটাও মাৰিব নোৱাৰি, ইপিনে বহি থকাও মস্কিল। ভজহৰিয়ে যোগান ধৰা ভাঙৰ টোপালাইও তলিৰে ৰতাহ খাইছে। এক নিমাওমাও অবস্থা। এনে এক পৰিস্থিতিৰ সৃষ্টি হ'ল, যেন বিয়া ভাগিলহে।

এক বাজিল। জীপ টেক্সিলৈ খেদা গ'ল। কিজানি দৰাৰ গাড়ী বেয়া হ'ল? এক্সিদেন্ট হোৱা নাইতো ? সকলোৰে চকুত প্ৰশ্নবোধক চিন। দুই এক আঁৰে আঁৰে কোৱা- কুই কৰিলে — নলগাইনে অচিন কাঠৰ খোৰা ? নলবৰীয়া বামুণে ঠগালে। একবাজি পোন্ধৰ মিনিট গ'ল। ভেৰ বাজিল। অদূৰত গাড়ী অহাৰ উমান পালে। সকলোৱে আনন্দত নাচি উঠিল। উৰুলি জোকাৰে, ঢুলিয়াই খুলিয়াই, বেণ্ডপাৰ্টিয়ে মিলি-আইদেউৰ স্বয়ম্বৰ সভাত যেন তমবোল তুলিলে। আয়তী সকলে গীত জুৰিলে — 'দ্বাৰকাৰ পৰা আহিছে শ্ৰীকৃষ্ণ .. '। বুঢ়ীসকলে গালে — ' অযোধ্যাৰ পৰা আহিছে শ্ৰীৰামচন্দ্ৰ '। একদিন কা বাট্চাহ আহি আছে। কবৈয়ণীৰ ভাওনাৰ ভাৱৰীয়াই গদা বুলি পানী লাউকে

হাতত লৈ খুৱালে।

মিলি আইদেউক শহৰৰ ঘৰলৈ পঠিয়াই উঠি কেইদিনমান ঘৰতে জিৰণি লোৱাৰ কথা ভাবিলে শ্ৰীযুত ভাগৱতীদেৱে। গাটোও কিবা ভাল লগা নাই। বৃদ্ধত্ব প্ৰাপ্তি এনে এক অৱসাদ নহয় যে ই হঠাতে মানুহক খোঁচা মাৰি ধৰে। নিশ্চয় তেওঁৰ কিবা হৈছে। দিন যিমানে আগবাঢ়িছে তেওঁৰ স্বাস্থ্যও পৰি আহিছে। লাহে লাহে ভোগী মানুহ জনে খাব নোৱাৰা হৈ আহিব ধৰিছে। পেটৰ বিষটোৱে বাৰু কৈয়ে খুটি বিন্ধি আছে। ভালবো ভালটো খোৱা শ্ৰীযুত ভাগৱতীদেৱ খাব নোৱাৰা হৈ আহিল।

যিজন লোকে মাছটো চাইকেলৰ হেণ্ডলত বান্ধি দিলে মাছৰ ফিচা মাটিত চুচৰি নাহে সেই মাছকে নাখাইছিল; যিজন মানুহে দৈৰ টেকেলি উবুৰিয়াই দিলেও ওলাই নহা দৈ খাইছিল — সেইজন মানুহে বৰজীয়ৰীৰ বিয়াৰ এমাহ পিছত একো খাব নোৱাৰা হৈ আহিল। পাকস্থলীয়ে নসহে। মিলিটাৰী মেজাজৰ ভাগৱতীদেৱে গুৱাহাটী যাবলৈ ধৰিলে। ভালদৰে শুব নোৱাৰে। বহিব নোৱাৰে। উপাই নাপাই তেওঁক শ্বিলঙৰ মিলিটাৰী হাস্পাতালত ভৰ্ত্তি কৰোৱা হ'ল। তেজ লগা হ'ল। মিলিটাৰী জোৱানবোৰে গ্ৰুপ মিলাই তেজ দিলে। ডাক্তৰৰ এটাই কথা — অসুখ সাধাৰণ নহয়।

ভাগৱতীদেউৰ নৰিয়াৰ কথা চাৰিওফালে প্ৰচাৰ হৈ গ'ল। প্ৰতাপী খিতাপী মানুহজন ইমান সোনকালে নৰিয়া পাটীত পৰিব বুলি কোনেও ভৰা নাছিল। কোনোৱে ক'লে অসুখ আগৰ পৰাই আছিল। মনৰ জোৰতে চলি আছিল। এতিয়া দেহা টানিব নোৱাৰা হৈছে। শ্বিলং পাহাৰৰ কোনোবা এটা টিলাত থকা মিলিটাৰী হাস্পাতালত ভাগৱতীদেউ পৰি আছে। নতুন জোৱাইও নৰিয়া দেহাৰ কাষ চাপিল। শ্ৰীযুত ভাগৱতীৰ একেটাই চিন্তা। নথুটিৰ বা কি অৱস্থা হৈছে ? এতিয়া মাটি চহোৱাৰ সময়। তেওঁ সেহাই সেহাই ক'লে, — ' তুমি বাৰু এবাৰ নথুটিলৈ যাবানে ? জোৱাইয়ে হয় না একো নকৰিলে। তেওঁ হেঁপাহেৰে নতুন জোঁৱাই বিকাশৰ পৰা আশা কৰা কথাবাৰও শুনিবলৈ নাপালে। "মই জানো, তোমালোক কোনো নোযোৱা। কেনেকৈ যাবা ? অসমীয়া জাতিৰ চৰিত্ৰ প্ৰতিজন অসমীয়াৰ গাতে নাই জানো ? মই ইয়াকো জানো যে তুমি কাহানিও কাৰো বস্তুৰ প্ৰতি আশা কৰি ডাঙৰ হোৱা নাই। নিজে নিজে মানুহ হৈছা।

মই তোমাক শহৰৰ সম্পত্তি লব কোৱা নাই। এবাৰ চাই আহিবলৈহে কৈছো। সূৰ্য্যক পঠিয়ালে সিহঁতে তাক ছোৱা ছোৱাকৈ কাটিব।”

ঃ কিন্তু দেউতা, মোৰ চাকৰি এটা আছে। মই যাওঁ বুলিলেই কেনেকৈ যাম ?

ঃ মই তোমাক তাত থাকিবলৈ কোৱা নাই নহয় ? তাত তুমি গৈ উপস্থিত হলেই মোৰ লাভ হব। তোমাৰ ব্যক্তিত্বৰ প্ৰতি মোৰ অসীম বিশ্বাস জন্মিছে বিকাশ। তুমি মাথোন একেখন চিঠিৰ দ্বাৰা সূৰ্য্যক ইম্ফলৰ পৰা বদলি কৰি আনিলা। কৃতিত্বৰ ভাগ কিন্তু তুমি নললা। সি ইম্ফলৰ পৰা অহাৰ দুদিন পিছত, সি ইম্ফলত থকা ঘৰটোতে বাকী দুজন অসমীয়া ল'ৰাক কোনোবাই হত্যা কৰিলে। আজিকালি নিজৰ দেশতে ইখন ঠাইৰ মানুহ সিখন ঠাইত বহিৰাগত। অথচ বিদেশী হৈও বাংলাদেশীবোৰে টিঘিল-ঘিলাই আছে।

তোমাৰ গাড়ী আছে। পুলিচ বাহিনী আছে। চৰকাৰী অফিচাৰবোৰ আছে। তুমি তেওঁলোকৰ সহায়তে এবাৰ মাথো নখুটিৰ পৰা ঘূৰি অহাগৈ। আমাৰ সমাজখনত অযথা ৰাজনৈতিক প্ৰভাব বেছিকৈ পৰি গৈছে বিকাশ।

ঃ সময় উলিয়াই যাম বাৰু। কিন্তু তাৰ আগতে আপুনি সুস্থ হৈ লওক দেউতা !

নখুটিলৈ মানুহ যোৱা বাটহে নাই। বতাহ যোৱা বাট আছে।

এই ডেৰমাহ দুমাহতে নখুটিত প্ৰচাৰ হৈ গ'ল যে ভাগৱতী দেউ মৰিল। জাক জাক মানুহ আহিল নখুটিৰ মিলিটাৰী ফাৰ্মৰ মাটি দখল কৰিবলৈ। যেন ৰাতিটোৰ ভিতৰতে নখুটিৰ পথাৰত মৰাশ পৰি আছে — শিয়ালবোৰে জঙ্গলত চোপ লৈহে অপেক্ষা কৰি আছিল। যেন শগুনবোৰ জাৱণিৰ মাজৰ শিমলুজোপাৰ ডালত পৰি উৰা মাৰিবলৈ ডেউকা টপটপাই আছিল।

এই যাত্ৰাত শ্ৰীযুত ভাগৱতী দেব নমৰিল। নখুটিৰ পৰা পলাই অহা ভজহৰি, ধনজিংহঁতে আকৌ খবৰ দিলেহি বোলে আপুনি প্ৰভু জীয়াই আছে বুলি সিহঁতে খবৰ পালে। সিহঁত আঁতৰি গ'ল। ভাগৱতীদেউ নৰিয়া গাৰে নিজৰ ঘৰ পালেহি। দিনৌ নতুন নতুন খবৰ আহিবলৈ ধৰিলে নখুটিৰ পৰা। এদিন যদি ভাল খবৰ আহে এদিন বেয়া। বিদেচী, নকদিনহঁতেও

মাটি দখলিইঁতৰ লগ লাগিছে। মাছৰ খালেতে মেকুৰী পুহিছিল ভাগৱতীদেৱে। ইমান সোণা মাটি ভাগৱতী দেউক অকলে খাব দিব পাৰিনে বাৰু ।

সামান্য গা টঙাহি, নৰিয়া গাৰে আকৌ শ্ৰীযুত ভাগৱতী নখুটি পালেগৈ। শিয়াল শগুণবোৰ পলাই পত্ৰং দিলে । মানুহৰ চিন চাব নাই। মাটিবোৰ চহোৱা হৈছে। ভাগৱতী দেৱ নখুটিতে থাকি যোৱাৰ ইচ্ছা প্ৰকাশ কৰিলে। ধনজিৎ, ভজহৰিইঁত লগতে আছিল । বিদেচী, নুৰু-জিনইঁতে এনেয়ে অভিনয় কৰি দেখুৱালে যেন সিইঁতেহে শ্ৰীযুত ভাগৱতী দেউৰ মিলিটাৰী ফাৰ্মখন পহৰা দি আছে ? নহলে এই ধাননি পথাৰত পিঠিকুঁজা জুপুৰিঘৰ বহিলহেঁতেন ।এখন গাঁওহে দেখা পালেহেঁতেন ।

ধান পকে মানে শ্ৰীভাগৱতী দেউৰ শৰীৰ টানিব নোৱাৰা হৈ আছিল। অবস্থা বেয়া দেখি ধনজিতে কাবৌ কোকালি কৰি ভাগৱতী দেউৰ শীৰ্ণ শৰীৰটো আনি ঘৰত গটাই দিলে। আকৌ খিলঙৰ মিলিটাৰী হাস্পাতাল। ডাক্তৰে মাথো পোন্ধৰ দিনৰ সময় দিছে । ঘৰৰ মানুহে সেৱা শুশ্ৰূষা কৰি থাককগৈ। ৰোগী চিকিৎসাৰ বাহিৰত। কিন্তু চিকিৎসাৰ বাহিৰত হ'ল বুলিয়েইতো ৰোগীক ঘৰত সুমুৱাই থব নোৱাৰি। লাগ বুলিলেই ডাক্তৰ নাৰ্চ এগৰাকী পোৱা নাযাব। বিকাশে সূৰ্য্যৰ লগত আলোচনা কৰিলে। গুৱাহাটীৰে মেডিকেল কলেজত ৰখাই ভাল হব। তাতো ডাক্তৰৰ সেই একেই আপত্তি। বিকাশে মেনেজ কৰিলে। শহুৰ দেউতাৰ অন্তিম দিন কেইটা ইয়াতে ৰাখিব লাগিব। এডমিশ্যন হ'ল ৰোগীৰ।

সকলো কথা গম পাই গ'ল নখুটিৰ আকাশে বতাহে। নখুটিৰ ওচৰৰ জঙ্গলবোৰত থকা গাঁতৰ মুখলৈ শিয়ালবোৰে আকৌ মুখ উলিয়াই চালে। শগুণবোৰে জোঙা ঠোঁট শিমলুৰ ডালত দুগুণ উৎসাহে ধৰাই ল'লে। সকলো যেন সাজু। নখুটিৰ পথাৰত সকলোবোৰ উবুৰি খাই পৰিব। তাৰ হাড-চাল-মঙহ একো বাকী নাৰাখে।

নখুটিৰ পথাৰত মিটিং বহিল। বিফিউজী হিন্দু ডেকা এজন তালৈ ববকৈ আহ জাহ কৰা ভজহৰি, ধনজিৎ, বিদেচী, কাঞ্চন চৌহানইঁতে দেখিছিল। জিলা প্ৰশাসনৰ মুৰব্বীইঁতে এনেবোৰ কথাত সদাই মুৰটো শৰীৰত সুমুৱাই লয়। ঠিক কাছৰ দৰে। নিৰাপদে দৰ্ম্মহা পোৱাই তেওঁলোকৰ লক্ষ্য।

নখুটিৰ পথাৰত পকা ধান গছকি মিটিং বহিল। হিন্দু বিফিউজী ডেকাই লেকচাৰ দিলে, —

এই যে পাঁচটা আঙুলেৰ হাত দেখিছে — এইটা মানুহেৰ আত্মৰক্ষাৰ জন্য। বুঝছইনি ? এই হাতে কাম কৰলে মাটি সোনা হইয়া যায় গিয়া। তোম্‌ৰাৰে এই হাতে বাঁচাইব। আমি ত নিমিত্ত মাত্র। গতিকে হাতৰ কথাখান ভুলিওনা। হাতখান গেলে গিয়া পঙ্গু হৈ যাইবায়। কিছুটা চালাক লোকে তোম্‌ৰাৰ কাঁচিটা দেখাইতে পাৰে। কিন্তু তাৰাৰ কথা উডাইয়া পালাইও। কাৰণ কাঁচিখান ধৰতে হইলে আগে হাতৰ দৰ্কাৰ। আবাৰ কোনো খাৰাপ মানুষে হাতৰ লাঙ্গল দেখাইতে পাৰে। কিন্তু একবাৰ চিন্তা কৰিও — লাঙ্গলটা ধৰতে হইলে আগে আগে হাতৰ দৰ্কাৰ। ইটা কথাটা ভুলিওনা। আমি কয়েকদিন পৰে আবাৰ আইয়াৰ। দৰ্‌বাৰ কিছু নাই। চিন্তা কৰ' — আম্‌ৰা হলাম তোমাদেৰ চালানী। তোম্‌ৰা মৈলা গিয়া ফকৰুদ্দিনেৰ আমদানি। জেন্ত্য মানুচকে কি মাল কৰন যায় ? কিন্তু আম্‌ৰা চবাই মালেৰ মতো আচাম আইয়া গেলাম।

মিটিং ভগাৰ পিছত উপস্থিত ৰাইজে নখুটিৰ মিলিটাৰী ফাৰ্ম শ্ৰীযুত যতীন ভাগৱতীৰ ইচ্ছা আশাক খিতাতে কবৰ দিলে। সিহঁতে নখুটিত আকৌ নতুন খুটি কিছুমান পোতা আৰম্ভ কৰি দিলে। এইবোৰ কৰি থাকোতেই পকা ধানৰ শীহ মাটিত লাগিল। ধাননি পথাৰ খনেও যেন অপেক্ষা কৰি আছিল শ্ৰীযুত যতীন ভাগৱতী দেৱক। পকা ধান গছবোৰ আলফুলে ফচল দিবলৈ কৰা চেষ্টাৰ গৰাকী ভাগৱতী দেউ কিয় এতিয়াও আহি পোৱা নাই ? সিহঁতে এতিয়াও আশা কৰি আছিল — ভাগৱতী দেউ আহিব। সিহঁতক চোতাললৈ ডাঙৰি বান্ধি চপাই নিব। মৰণা মাৰিব। অবজৰকৈ সৰা গোট ধানবোৰত বতাহে বাওঁ দি ধূলি পতান উৰুৱাই দিব। আঢৈ মোনীয়া বস্তাত সুমুৱাই ম'হৰ গাড়ীৰে লৈ যাব। কিন্তু সকলো আশা — আশা হৈয়ে থাকিল। শ্ৰীযুত ভাগৱতী দেউৰ এইবাৰ সঁচাকৈয়ে মৃত্যু হ'ল। এইবাৰ যেন ভেকুলীৰ সবাহুত বানপানী। অত্যন্ত অভিমানী, স্থিতপ্ৰজ্ঞ শ্ৰীযুত যতীন ভাগৱতীয়ে ওচৰত কথা এষাৰ কবলৈকো কাকো নাপালে। শুশ্ৰূষা কৰি ভাগৰি পৰা ঘৰৰ মানুহেও ভাবিছিল — মৃত্যুৰ আগমুহূৰ্ত্ত হয়তো শ্ৰীযুত ভাগৱতীৰ শৰীৰত কিবা বিশেষ লক্ষণ দেখা যাব। ডাক্তৰে মাথো পোৱৰ দিনৰ কথা কৈছিল। ঘৰখনৰ কাৰো সান্নিধ্যলৈ অপেক্ষা নকৰা, কাকো এষাৰ মুখখুলি কথা নোকোৱা শ্ৰীযুত যতীন ভাগৱতীয়ে প্ৰমাণ কৰি গ'ল — পুত্ৰ-পত্নী, জী-জোৱাই, ইষ্ট-কুটুম জীয়াই থকা দিন কেইটাতহে

মাত্র আপোন। মানুহৰ শেষ মুহূৰ্ত্ত সকলো মিছা হৈ পৰে। সকলো অসহায় হৈ পৰে।

শ্ৰীযুত ভাগৱতীৰ শবদেহ নিজ গাঁৱলৈ লৈ যোৱা হ'ল। গাঁওখনত দাবি ধমকিৰে, মৰম আদৰেৰে যাত্ৰা ভাওনা পতা, ৰাসযাত্ৰা, দৌল উৎসৱৰ আগজাননি দিওঁতা, মাছ গাখীৰ যোগাৰ কৰি চুবুৰীটোত ভগাই বিতাই খাওঁতা শ্ৰীযুত যতীন ভাগৱতীৰ নশ্বৰদেহ গাড়ীৰ পৰা বাঁহৰ চাঙত উঠিল। এটা প্ৰকাণ্ড ধুমুহাৰ পিছত যেন গছ পাতবোৰে জিৰণি লৈছে। চৰাইবোৰে যেন কুৰুৱাবাহী গাঁৱৰ ডাল-পাতত থকা বাহ এৰি পলাই গৈছে। দোলাত উঠা শ্ৰীযুত যতীন ভাগৱতী বাঁহৰ চাঙিত উঠি আগবাঢ়িল। পিছে পিছে সমবেত মৌন দল।

শ্ৰীযুতা ভাগৱতী তেতিয়া মাটিৰ মজিয়াতে বাগৰি আছে। জীৱনৰ সমস্ত মহাভাৱে তেওঁৰ বুকুটো হেঁচি ধৰিছে। বিয়া হোৱাৰ দিন ধৰি বহুদিন কান্দিছিল মানুহজনৰ লগত। কিন্তু সেই মিঠা কান্দোনবোৰ আজিৰ কান্দোনৰ লগত যেন তুলনা নহয়। শ্ৰীযুতা ভাগৱতী লাহে লাহে মাটিত বহি পৰিল। হাত দুখনত ভৰ দি তেওঁ উঠিবলৈ যত্ন কৰিলে। দ্বিতীয়া তৃতীয়া আৰু সৰু কন্যাই ঘৰৰ চুকে চুকে উচুপি আছে। তেওঁ দীঘলকৈ এটি হুমুনিয়াহ কাঢ়িলে। তেওঁৰ বৰপুত্ৰ সূৰ্য্য শ্মশানৰ পৰা ঘূৰি অহা যেন উমান পালে। নাই অহা নাই। তেওঁৰ স্বামী শ্ৰীযুত যতীন ভাগৱতীৰ দেহ ইমান সোনকালে ছাই হৈ যাব নোৱাৰে। তেওঁ এখোজ দুখোজকৈ চোতালত ভৰি দিলে। শ্ৰীযুতা ভাগৱতী চকুলো টুকি টুকি পদুলি মুখলৈ ওলাই আহিল। তেওঁ এবাৰ বাৰীৰ পাছফাললৈ চাই পঠিয়ালে।

বেলিটো তেতিয়া পদুলি মুখৰ পৰা গৈ পশ্চিম ফালৰ বাঁহনি জোপাৰ আগত ওলমি আছে।

## ॥ চণ্ডৰিক ॥

গগণ বিহাৰী দত্ত পৈত্রিক সম্পত্তিৰ সূত্রে তিনিখন চাহ বাগানৰ মালিক। বয়স দুকুৰি দুই বছৰ। পত্নী ছন্দিতা দত্ত। বিদুষী বয়স একুৰি পোন্ধৰ। তিনিজন ল'ৰা। হাইস্কুলীয়া। সিহঁতৰ সৰু দুজন দাৰ্জ্জিলিঙৰ কোনো এখন স্কুলৰ হোষ্টেলত থাকে। ডাঙৰজন থাকে দেৰাডুনত। সিও হোষ্টেলত থাকি পঢ়ে। সিহঁত ঘৰলৈ বুলি অহাৰ প্রয়োজন নাই। অসময়ে কেইদিনমানৰ বাবে আহি মেলেৰিয়া লগত লৈ যোৱাতকৈ তাতে থকাই ভাল। মাক-দেউতাকে সময় পালেই তালৈ গৈ খবৰ কৰি থাকে। সঘনে সান্নিধ্য নোপোৱা বাবেই নেকি সৰুটোৱে কেতিয়াবা কেতিয়াবা দেউতাকৰ দীঘলীয়া নামটো লগৰ লগৰীয়া কাৰোবাক কৰলৈ হ'লে পাহৰি যায়। মাজুটোৱে কেবাদিনো মনত পেলাই দিছে।

গগণ বিহাৰী দত্ত প্রায়েই ভাৰতবৰ্ষৰ বিভিন্ন ঠাই ভ্ৰমণ কৰি ঘূৰি ফুৰে। এই ভ্ৰমণ চাহ বাগান সংক্রান্ততে বুলি সকলোৱে জানে। তেওঁ মাহটোত কিমান টকা ঘটিছে তাৰ হিচাপ উলিওৱাতকৈ মাহটোত কিমান টকা খৰচ কৰিব পাৰিলে তাৰ হিচাপ উলিয়াইহে বেছি ভাল পায়। মাহত বেছি টকা খৰচ কৰিব পৰাটো আঢ্যৱন্ত লোকৰ স্বভাৱ।

বিভিন্ন ঋতুত অকল প্রকৃতিৰে সলনি হয়, তেনে নহয়। মানুহৰ শৰীৰ আৰু মনৰো সলনি হয়। ই বয়স বঢ়াৰ দুৰ্ভাবনা নহয় নাইবা আগন্তুক কোনো বিপদৰ সংকেতও নহয়। ঋতুৰ সলনি, মনৰ সলনি, শৰীৰৰ সলনি— সকলোবোৰ যেন নিজে নিজে হৈ আছে। এইবোৰ কথা টকা পইচাৰ উত্তৈনদী হৈ থকা মানুহৰ বাবে অবান্তৰ।

ঘৰ বেছি ধনী মানুহবোৰে ৰাতিপুৱাই উঠি গোসাঁই সেৱা কৰে। ঈশ্বৰৰ কথা ভাবে। ৰাতিপুৱা সাৰে থাকি কিছুমান দুঃচিন্তা মূৰটোত কিলবিলাই থকাতকৈ গা- পা ধুই ঈশ্বৰ ভক্তিয়ে তেওঁলোকৰ বাবে প্ৰশস্ত পথ। গগণ বিহাৰী দত্ত কিন্তু একেবাৰে ব্যতিক্ৰম। ৰাতিপুৱা শুই উঠিয়েই নিত্য-নৈমিত্তিক কাম কৰি, গা-পা ধুই ধুনীয়া সাজ এজোৰ পিন্ধি তেওঁ, এজনী মৰম লগা ছোৱালীৰ দৰে শুই থকা ছন্দিতাৰ গালত এটা চুমা খায়। বাহী মুখেৰে চুমা খোৱাটো তেওঁ পচন্দ নকৰে। চুমাটো খোৱাৰ পাছত দিনটোলৈ তেওঁৰ ভাল লাগি থাকে ।ছন্দিতাইও ওৱাল ঘড়ীৰ টুং টাং শব্দ কেইটা এক দুইকৈ হিচাপ কৰাতকৈ স্বামীৰ চুমাটোকে উদ্যোগ পামৰ ছাইৰেণ যেন জ্ঞান কৰি বিছনা ত্যাগ কৰাৰ এটা সৰু অভ্যাস কৰি লৈছে। ইয়াৰ আগৰ খিনিসময়ত ছন্দিতাক যুগ্মজীবনৰ কিছু কথাই আমনি কৰি থাকে। নিশা শুই পৰাৰ পাছত ছন্দিতাই ভাবিছিল — বাগৰ সলাই তেওঁৰ স্বামী তেওঁৰ গাৰ কাষলৈ আগতে আহক। গগণ বিহাৰীয়ে ভাবিছিল — তেওঁৰ স্ত্ৰী ছন্দিতাই ঘোৰ টোপনিত থকা যেন দেখুৱাই তেওঁৰ কাষলৈ আগতে আহক। কিন্তু একোৱেই নহয়গৈ। তাৰ পাছত দুয়োজন ঘোৰ টোপনিত। ৰাতিপুৱা সেই আকৌ চুমা। একে ছাইৰেণ। আমনি লগা। নিশা ছন্দিতা আনমনা হ'লেই গগণ বিহাৰীয়ে ভাবে, — ল'ৰা- ছোৱালী জন্ম দিয়াৰ পাছত নাৰীৰ যৌন ক্ষুধাও কি শেষ হৈ যায় ? আমনি লাগে? নে ছন্দিতাৰ গগণ বিহাৰীৰ প্ৰতি মোহ ভঙ্গ হৈছে ? নে গগণ বিহাৰীয়ে নিজে বিয়াৰ পাছৰ দিনবোৰৰ দৰে ছন্দিতাক পৰিচৰ্য্যা কৰিব পৰা নাই? তেওঁতো অমনযোগী হোৱা নাই ? দেউতাকৰ সা-সম্পত্তি, বাগান, আটাইবোৰেই দেখোন গতানুগতিক চলি আছে। তেনেহ'লে ছন্দিতাৰ প্ৰতি তেওঁ অমনোযোগী হোৱাৰ কাৰণ কি ? গগণ বিহাৰীয়ে নিজে নিজৰ সৰু-সুৰা কামবোৰ কৰি যায়। অথচ কিছুমান কাম ছন্দিতাক কৰিবলৈ পাঁচিলে কিমান যে আনন্দ পায়। ছন্দিতাই মন কৰিছে — আজি-কালি স্বামী গগণ বিহাৰীৰ পৰা তাই আদৰসনা আদেশ শুনিবলৈ নাপায়। প্ৰকাণ্ড বাংলোটোৰ বিভিন্ন ৰূমত থকা ফ্ৰীজ, টিভি, ভি চি আৰ, কেচেট— এই সোপা কিমান চাই থাকিব? কিমান শুনি থাকিব? সেয়ে মাজে - সময়ে তাইৰ পুৰণি অভ্যাস — নাচা কামটোও কৰি থাকে। যি কোনো আধাৰ গীতৰ কেচেট বজাই তাই নাচি থাকে। অকলশৰে। নাচি নাচি ভাগৰি পৰিলে তাই

বিছনাত শুই পৰে। প্ৰকাণ্ড বাংলোটোত তাইক চাবলৈ বহুত মানুহ আছে, কিন্তু কোনেও যেন তাইক চোৱা নাই। বজাৰ কৰি দিয়া, ঘৰ-দুৱাৰ সাৰি-মচি চিকুণকৈ দিয়া, কাপোৰ ধুই দিয়া, বিভিন্ন টাবত থকা ফুল পুলিবোৰৰ আপডাল কৰা, গাড়ী চলোৱা আদি বিধে বিধে মানুহ আছে যদিও তাইক যেন কোনেও কেৰাহিকৈও চোৱা নাই। এই মানুহবোৰৰ কৰ্ম্মচক্ৰ যেন এজন মানুহতে বৰ্ত্তি আছে। আৰু সেইজনেই হ'ল গগণ বিহাৰী দত্ত। ছন্দিতা দত্তৰ, গান শুনি, কিতাপ পঢ়ি, টি ভি, ভি চি আৰ আদি চাই চাই আমুৱাইছে। চ'চিয়েল ভিজিট নাই বুলিলেই হয়। যি কেতিয়াবা গগণ বিহাৰীৰ বন্ধুৰ ঘৰলৈ যায় সিও নিতান্ত দিচিপ্লিনদ্ ভদ্ৰলোকৰ দৰে মদ্যপান কৰিব লাগে, জুখি-মাখি কথা ক'ব লাগে, জুখি-মাখি ভোজন কৰিব লাগে আৰু নিৰ্দ্দিষ্ট এটা সময়ত ঘৰলৈ ওভতি আহিব লাগে। মাজে-সময়ে ছন্দিতাই বাগানৰ বনুৱা সকলৰ ওৱেলফেয়াৰৰ কথাও ভাবে। অন্ততঃ নিষ্কৰ্মা জীৱনটোত ব্যস্ততা আনিব পৰা যায়। কিন্তু সেইফালৰ পৰাও গগণ বিহাৰীৰ আপত্তি। বনুৱাৰ লগত মিলা-মিছা কৰিলে প্ৰশাসন চলোৱা অসুবিধা হয়।

কেতিয়াবা দুপৰীয়া নাচি নাচি ভাগৰি পৰিলে ছন্দিতাই যেনধন সজোৰে চলাই দি গাৰ পৰা কাপোৰ-কানি খুলি সম্পূৰ্ণ উলঙ্গ হৈ বিভিন্ন ভঙ্গীত বিছনাত পৰি পৰি লুকিং-গ্লাছ চায়। স্বচ্ছ আয়নাত ভাহি উঠে আন এজনী ছন্দিতা। তাই দেহৰ ভাঁজবোৰত হাতেৰে টানিবলৈ ধৰে। ঋতুৰ সলনিৰ প্ৰতি কিবা এটা ভাবি, লঠঙা অমৰা গছজোপালৈ চাই চাই ছন্দিতাই মুৰৰ চুলিবোৰ একোবাৰ আউল- বাউল কৰে। এবাৰ হাতেৰে মুঠি মাৰি ধৰে। বিছনাৰ পৰা উঠি বহি এবাৰ ফঁপিয়াই লয়। নাৰীৰ চিন্তাত আউল লাগিলেই যেন হাতেৰে কৰিব লগীয়া কামখিনি হ'ল;— দীঘল চুলিখিনিৰ লগত অযথা অবিনষ্ট ভাবে জোখ-মাপ কৰা। কপালত গোলাপী টিপ, গাত হাতখৰা ব্ৰাউজৰ অলেপ লেপ। যেনুভিবীয়া চকুত কাজল লগাব খুজিও যেন হাত কোঁচাই আনে। খৰালিৰ পাহাৰ খহিবলৈ বৰষুণৰ প্ৰয়োজন। দুশ্চিন্তাৰ পাহাৰ খহিবলৈ চকুলোৰ প্ৰয়োজন। তাই কান্দি দিলে। কান্দি কান্দি চকুহাল ৰঙা কৰিলে।

সঁচা কোনোদিন মিছা নহয়। কিন্তু তাই ভাবিছে — গগণ বিহাৰীৰ কাণ্ড কাৰখানাবোৰৰ সচাঁটোৱে মিছা হওঁক। তাই আন এসাজ কাপোৰ

পিন্ধো বুলি হাতত ললে। হাতত লোৱা কাপোৰ সাজে গাটো টানি ধৰে। পিন্ধা কাপোৰবোৰে গাটো টানি ধৰিলে নিজকে দহ বছৰ সৰু যেন লাগে। মেখেলা- চাদৰবোৰেদহ বছৰ কমাই দিয়ে। হাতত লোৱা কাপোৰ সাজ আকৌ দলিমাৰি দিলে।

পশ্চিম আকাশত উৰি ফুৰা বগা মেঘবোৰ চাই চাই তাইৰ ভাল লাগে। বগা মেঘৰ কাষে কাষে থকা সোণালী পাৰিবোৰ চাই চাই তাই ইমান দিনে মুগ্ধ হৈয়ে আছিল। সেই বস্তুৰ তলেৰে উৰি যোৱা চৰাইৰ জাকবোৰে তাইক ভাবসাগৰত পেলাই বিমুগ্ধ কৰি ৰাখিছিল।

আজি দুপৰীয়া আকাশৰ মেঘবোৰ কিয় আবেলিৰ বঙৰ দৰে হৈছে বাৰু। মানুহৰ জীৱনতও তেনেহ'লে ভৰ যৌৱনতে কেতিয়াবা বৃদ্ধত্বৰ চিন ওলায় নেকি ?

গাৰ মঙহবোৰ টানোতে টানোতে মুহূৰ্ত্তে খণ্ডত নাৰ্হিকিয়া হৈ ছন্দিতাই গাৰুটো, ফোমৰ মেট্ৰেচ খন সজোৰে ভুকুৱাবলৈ ধৰে। ভাগৰত লেউ-সেউ হৈ কন্দা আৰম্ভ কৰে। কাৰোবাৰ যেন পৰম নৈকট্যত সাৰ পাই উঠে তাইৰ আদিম বাসনা। যোনীৰ ওপৰত নিৰ্য্যত তিতি থকা এচকল আঙ্গি ধাঁহৰ দৰে কেশবোৰ হাতেৰে টালি উভালি পেলাবৰ নিৰৰ্থক প্ৰচেষ্টা চলায়। তলাৰ চাবি ভৰোৱা ফুটাটোৰ দৰে তাইৰ নাভিটো হাতেৰে খামুচি ধৰিব খোজে। ভিতৰৰ এই বেজ্ৰামটোত তেতিয়া আৰু কোনো নাথাকে। হঠাতে কেতিয়াবা গগন বিহাৰী দুপৰীয়া লাঞ্চৰ সময়ত আহে। ছন্দিতাৰ সুতনুকা সম্পূৰ্ণ নাঙঠা দেহটো দেখিও তেওঁৰ কোনো পুলক নাজাগে। ৰবক্ষ গৰমৰ উপশমৰ বাবে আৰু এটা কুলাৰ কামটোত ফিট কৰাৰ কথা ছন্দিতাই শুনাকৈ উচ্চাৰণ কৰে। কিন্তু উচ্চাৰণ কৰিলে কি হ'ব ? বেচেৰা গগন বিহাৰী দত্তই নাজানে যে অতিমাত্ৰা সুখেও কেতিয়াবা দুখৰ কাৰণ হৈ পৰে।

ছন্দিতাক কোনো সামাজিক কাম কৰিবলৈ নিদিলেও, গগন বিহাৰীয়ে কিন্তু তেনে কিছুমান সামাজিক কামত আজি কিছু দিনৰ পৰা ব্যস্ত হৈ আছিল। ইতিমধ্যে কোনেও নজনাকৈ তেওঁ মহিলা এগৰাকীক চহৰত এটা ৰেকৰ্ডিং ষ্টুডিঅ' খুলি দিছে। মালিক হ'ল বিটনী মহন্ত। তেওঁৰ স্বামী প্ৰথম শ্ৰেণীৰ ঠিকাদাৰ । তেওঁৰ স্বভাৱ— গোটেই নিশাটো মদি ৰাস্তাৰ দাঁতিত নাইবা দুৰ্গন্ধ নালাত মুখ দি পৰি থাকে ; নিজক

সুবৰ্ণ শয্যাত শুই থাকে। বিটপীয়ে জন্ম দিব পৰা ক্ষমতা স্কুলীয়া দিনতে হেৰুৱাইছে। গতিকে বিয়া হৈছে যেতিয়া মানুহে বিটপীক এজন প্ৰথম শ্ৰেণীৰ ঠিকাদাৰৰ পত্নী বুলি কয়। তাতোকে বেছি পৰিচয়ৰ বিটপীৰ কোনোদিন প্ৰয়োজন হোৱা নাই। মানুহেও বিটপীৰ ৰেকৰ্ডিং ষ্টুডিঅ'টো স্বামীৰ পইচাৰে গজি উঠা বুলি ভাবে। তেওঁ গগণ বিহাৰীৰ নিৰ্দ্দেশমতে দুইমাহে তিনিমাহে বোম্বাইলৈ যাব লাগে। প্লেনৰ টিকটৰ ব্যৱস্থা গগণ বিহাৰীৰ দ্বাৰা সম্পন্ন হয়। কেৱল নিৰ্দ্দিষ্ট তাৰিখত নিৰ্দ্দিষ্ট হোটেলত বিটপী উপস্থিত হ'লেই পিছদিনা গগণ বিহাৰী দত্ত বাগানৰ কামত সেই ঠাই ওলায়গৈ। গগণ বিহাৰী কাৰো লগত যোৱাৰো পক্ষপাতী নহয়, কাৰো লগত অহাৰো পক্ষপাতী নহয়। সহচৰী, সহগামিনী তেওঁৰ সহনশীলৰ বাহিৰত।

দ্বিতীয়জনী ললনা শইকীয়া। এওঁ ডাইভোৰচী। এওঁৰ বয়স লহিয়াইছে কিন্তু শৰীৰ লহিওৱা নাই। বিশেষকৈ তেওঁৰ স্তনযুগল আৰু নিতম্বযুগলে যাৰে তাৰে দৃষ্টি কাটি নিব পাৰে। একেখন চহৰতে এওঁৰ বাবে খুলি দিয়া হৈছে এখনি চাৰ্জিকেল এপ্লায়েঞ্চ চ'প। এওঁও দুমাহে তিনিমাহে দিল্লীলৈ যাব লাগে। বাগানৰ কামত দিল্লীত থকা বিগ্ বিগ্ বছবোৰক লগ ধৰিব লাগে। নিৰ্দিষ্টকৈ থোৱা ফাইভষ্টাৰ হোটেলত মাত্ৰ এৰাতি অপেক্ষা কৰিব লাগে গগণ বিহাৰীক। তাৰ পিছত দুই তিনিদিন থাকি বস্তু বাহানি কিনি পুনৰ ওভতনি যাত্ৰা। চহৰখনৰ মানুহে "চাৰ্জিকেল এপ্লায়েঞ্চ"ৰ কামতে দিল্লীলৈ অহা-যোৱা কৰে বুলি ভাবে।

তৃতীয়জনী দিপিলা বাগানৰ মহৰী ষ্টিফেন বড়াৰ পত্নী মিচেচ্ ঝুমৰী বড়া। বাগানৰ মালিক গগণ বিহাৰী দত্তই সহায়ৰ হাত আগবঢ়াইছে — এখন আধুনিক সজ্জাৰে বেষ্টিত শুচপেৰে। চহৰৰ মাজ মজিয়াত থকা এইখন শুচপত বিদেশী শু - পোৱা যায়। বিশেষকৈ চাইনীজ শু। মিষ্টাৰ ষ্টিফেন বড়া তাহানিৰ বিদেশী চাহাবৰ সঁচ— খ্ৰীষ্ট ধৰ্মীয়। বিয়া কৰাইছে বাগানৰ চৰ্দাৰৰ ছোৱালী। ল'ৰা- ছোৱালী ঢেৰ। ছয়জনী ছোৱালীৰ পাছত এজন ল'ৰা। গগন বিহাৰীয়ে সেইৰূপ অনুগ্ৰহ নকৰিলে মিচেচ্ ঝুমৰীহঁতৰ চলাই টান হ'লহেঁতেন। মিচেচ্ ঝুমৰীও দুই তিনি মাহৰ অন্তৰে অন্তৰে এবাৰ কলিকতালৈ মাল আনিবলৈ যাব লাগে। এখন নিৰ্দিষ্ট হোটেলত থাকিব লাগে। প্লেনৰ টিকটৰ দাম নাইবা পঞ্চ তাৰকা হোটেলত থাকিবৰ বাবে নিজে একো খৰচ কৰিব নালাগে। কেৱল গগণ বিহাৰী দত্ত বোম্বাইৰ

পৰা দিল্লী হৈ কলিকতা পোৱাৰ দিনাখন তেওঁ উপস্থিত হ'ব পাৰিলেই হ'ল।

চহৰৰ এই তিনিগৰাকী "দুখীয়া" মহিলাক সহায়ৰ হাত আগবঢ়োৱাৰ কথা ছন্দিতাৰ কাণত পৰিল। প্ৰথমতে এইবোৰ কথা মিছা হওঁক বুলিয়ে মনটোক পতিয়ন নিয়াব বিচাৰিছিল। কিন্তু সঁচাটোক মিছা বুলি আনকহে ক'ব পাৰি, নিজকতো নোৱাৰি। ছন্দিতাইও নোৱাৰিলে। মহিলা কেইগৰাকীৰ ব্যবসায় সংক্ৰান্তীয় আহ-যাহৰ খৰচ নাইবা দামী হোটেলত থকাৰ খৰচ যে দিপিলা বাগানৰ খৰচৰ হিচাপৰ পৰাই বিয়োগ হয় ছন্দিতাই তাকো জানিলে। কিন্তু নাজানিলে চহৰখনৰ কোনো ব্যক্তিয়ে। কিন্তু দিপিলা বাগানৰ কোনোবা নহয় কোনোবাজনে যে এইবোৰৰ হিচাপ ৰাখে তাক তেওঁ জানিবৰ আপ্ৰাণ চেষ্টা কৰিলে। আৰু জানিলেও। কিন্তু জানিলেও নহ'ব। চেঙেলী মাছক ধৰিবৰ বাবে ফুট-ছাইৰ প্ৰয়োজন হ'ব। অযথা নিজৰ শৰীৰ আৰু মনক কষ্ট দি লাভ নাই।

এদিনাখন দুপৰীয়া ছন্দিতাই বাগানৰ হেড্ কেচিয়াৰ টুনু বৰুৱাক বাংলোলৈ মাতি পঠিয়ালে। মালিকৰ অনুপস্থিতিত মালিকনীৰ এই আদেশ শিৰোধাৰ্য্য কৰিবৰ আশাৰে তেওঁ মালিকৰ বৃহৎ বাংলোৰ ভিতৰলৈ সোমাই গ'ল। ছন্দিতাই মালী, পিয়ন, খানচামা, ঝাৰুবালী সকলোকে সিদিনা সেইখিনি সময়ত কিবা নহয় কিহবাৰ অজুহাতত বাংলোৰ বাৰান্দাতে ব্যস্ত কৰি ৰাখি থৈছিল। টুনু বৰুৱা ড্ৰইংৰোমত ভৰি দিয়াৰ লগে লগে ছন্দিতাই বৰুৱাক ভিতৰৰ ৰূমলৈ মাতি পঠিয়ালে। টুনু বৰুৱা দহখোজ মান আগুৱাই গৈ আধা দাঙা পৰ্দাখনৰ মুখা-মুখি হৈ যিটো দৃশ্য দেখিলে তেওঁৰ খিতাতে মূৰ্চ্ছা যোৱাৰ অৱস্থা হ'ল। ছন্দিতা দস্তুই সম্পূৰ্ণ বিবসনা শৰীৰটো বিছনাত পেলাই দি ভৰি আৰু কঁকাল নচুৱাই আছে। টুনু বৰুৱাক দেখি ছন্দিতাই এটা শেঁতা হাঁহি মাৰি ক'লে —

ঃ নাৰীক এই অৱস্থাত দেখিলে নিৰ্খাপৰ ভদ্ৰলোকৰ বৰ ভয় লাগে নহয় ?

ঃ মো মো মোক যাবলৈ দিয়ক মেম্‌চাহাব।

ঃ ভয় উঠা মানুহৰ সৰে কঁপিব নালাগে। মই তৌস ভুখা আঁতৰাবলৈ ইয়ালৈ মাতি অনা নাই। দৰ্কাৰ হলে মোৰ ঘৰত পুহি ৰখা যেতুৱা কুকুৰটোৰ সৈতে সমমত লিপ্ত হয়। যদি সি নাজানে — তাক মই শিকাই লয়। জনালি

আপোনালোকৰ দৰে অপদাৰ্থবোৰক মই আশ্ৰয় বা প্ৰশ্ৰয় নিদিওঁ। আপুনি বোধহয় দেখিছে যে মোৰ বাংলোৰ চৌদিশে মালী, পিয়ন, ঝাৰুবালী আদি সকলোৱে আপোনাক ৰুমৰ ভিতৰলৈ সোমাই অহা দেখিছে ? এতিয়াই, এই মুহূৰ্ত্ততে মই এনে এক পৰিস্থিতিৰ সৃষ্টি কৰি দিব পাৰো যাৰ ফল ভয়াবহ হ'ব আৰু সেই ভয়াবহ দাবানলত আপুনি পুৰি মৰিব লাগিব।

টুনু বৰুৱা থৰথৰকৈ কপিব ধৰিলে। এনে এটা ভয়াবহ পৰিস্থিতিত তেওঁ পৰিব বুলি মুঠেও আশঙ্কা কৰা নাছিল। তেওঁ কঁপা কঁপা মাতেৰে কবলৈ ধৰিলে,—

ঃ মেমচাহাব ! আ — পুনি কানি - কাপোৰ গাত লওক আৰু মই কি কৰিব লাগে আদেশ কৰক। মোক নিগমে নামাৰিব মেম-চাহাব !

ছন্দিতা বিছনাৰ পৰা উঠি থিয় হ'ল। টুনু বৰুৱাই মূৰটো তলমুৰাকৈ ৰাখিলে। তেওঁৰ চকুৰ দৃষ্টি দুই ভৰিৰ জোতাৰ আগত। ভৰিৰ পৰা শিৰলৈ ধমনীৰে প্ৰবাহিত হোৱা তেজৰ সোঁতটো যেন তেওঁ এতিয়াহে ভালকৈ অনুভব কৰিব পাৰিছে।

ছন্দিতাই গাউনটো গাত মেৰিয়াই ল'লে। তাৰ পাছত বেডৰুমত থকা চোফাখনতে বহি পৰিল। অতি স্বাভাৱিক ভাৱেই তাই টুনু বৰুৱাক উদ্দেশ্যি ক'লে ঃ

ঃ চাহাবৰ বাহিৰলৈ যোৱা টুৰ প্ৰগ্ৰেমটো মোক লাগে। আৰু এই প্ৰগ্ৰেমৰ লগত মিলাই কাৰ কাৰ বাবে প্লেনৰ টিকট কিনা হৈছে তাৰো সম্পূৰ্ণ খবৰ মোক লাগে। ভয় নাই। এই কথা মোৰ আৰু আপোনাৰ বাহিৰে আন কোনেও নাজানে। কিন্তু মোক সঠিক খবৰ লাগে।

টুনু বৰুৱাই এইবাৰ ভয়ে ভয়ে ছন্দিতাৰ চকুত চকু থলে। ভৱিষ্যত বিপদৰ আগ জাননিয়ে তেওঁৰ ভৰি দুখন কপাই তুলিলে। নিজে এটা স্বস্তিৰ নিশ্বাস এৰিলে। অন্ততঃ মাতি অনাৰ কাৰণটো বুজিব পাৰিলে। শুকান মুখেৰে মুখ চেলেকি চেলেকি ক'লে, "মই আপোনাক আজি আবেলিৰ ভিতৰতে সকলো দিব পাৰিম মেমচাহাব" ।

টুনু বৰুৱাই সন্ধিয়াৰ আগে আগে বিটপী মহন্ত, ললনা শইকীয়া আৰু মিচেছ্ কুমৰীৰ ফ্লাইট নম্বৰ, যথাক্ৰমে বোম্বাই, দিল্লী আৰু কলিকতাৰ পঞ্চতাৰকা হোটেলৰ নামবোৰ ছন্দিতাৰ হাতত তুলি দিলে। শেষত দিলে

গগণ বিহাৰীয়ে সিহঁতক অনুসৰণ কৰা ফ্লাইট নম্বৰবোৰ। . . এইবোৰ কাম কিমান দিনৰ পৰা চলি আছে তাৰো এটা থূলমূল আভাস দি টুলু বৰুৱাই নিজৰ পিঠিৰ কুঁজটো বাংলোৰ ফালে বাৰি খোজ দিলে। টুলু বৰুৱাই বিদায় লৈ যোৱাৰ পিছত ছন্দিতাই তাৰিখ আৰু সময়বোৰ মিলাবলৈ ধৰিলে। আচলতে ছন্দিতাই গগণ বিহাৰীৰ চালাকী মনটোক বাৰে বাৰে যুকিয়াই চালে। ইমান নিঃশব্দে সঙ্গোপনে কামবোৰ কৰি থকা বাবে গগণ বিহাৰীৰ বুদ্ধি সত্তাৰ ওপৰত ছন্দিতাৰ এটিকতা থু পেলাবৰ মন গ'ল। সদাই শুই থকা বহল বিছনাখনতে তাই থুৱাই দিলে। মখমল ভেলভেটৰ বেড্‌কভাৰখন তাই টানি আজুৰি কামৰ চুকটোলৈ দলিয়াই দিলে। ওৱালত লাগি থকা কাপবোৰ্ডটো খুলি বিভিন্ন ব্ৰেণ্ডৰ বিলাতী মদৰ বটলবোৰ উলিয়াই আনিলে। সৰু টিপয়খনত থকা আয়নাৰ গিলাচটোত হিচাপহীন ভাবে মদ বাকি পানী এসোপা ঢালি ঘোট্‌ঘোট্‌কৈ গিলি পেলালে। কাপবোৰ্ডৰ ওপৰ খলপত থকা ব্ৰিফ্‌কেচটো নমাই আনি কিবা- কিবি এসোপা পিন্ধা কাপোৰ ভৰাই ল'লে। ।শেষ হোৱা গিলাচটোত বক্‌বক্‌কৈ আৰু এসোপা মদ ঢালি ল'লে। এইখিনি সময়তে ছন্দিতাই হচ্‌ অহা মানুহৰ দৰে কিবা এটা ভাবি, কামকৰা মানুহজনীক দুৱাৰ-খিড়িকীবোৰ বন্ধ কৰি ছুটী দিলে। ছন্দিতাই মূল দৰ্জাখন বন্ধ কৰি বেডৰুমটোৰ বাহিৰে সমস্ত লাইট অফ্‌ কৰি দিলে। গিলাচটোত সোমাই থকা অৱশিষ্ট মদখিনি তাই প্ৰায় একে উশাহে গিলি পেলালে। অসহ্য গৰমত তাই ছট্‌ফটাবলৈ ধৰিলে। সজোৰে ঘূৰি থকা বিজুলী পাখা আৰু কুলাৰেও যেন তাইৰ উত্তপ্ত দেহটোক শাঁত পেলাব পৰা নাই। তাই শৰীৰৰ সমস্ত কাপোৰ টানি ফালি দূৰলৈ দলিয়াই দিলে। কাপোৰবোৰ চাৰিওফালৰ বেৰত খুন্দা খাই সৰি পৰিল। ফোমৰ মেট্ৰেচখনত তাই ধুপুচকৈ বাগৰি পৰিল। সমস্ত পালেংখন লৰি উঠিল। ফোমৰ মেট্ৰেচৰ ওপৰত তাইৰ বিবসনা দেহবল্লৰী দুবাৰ মান দোল খাই উঠিল। নিয়ন লাইটৰ দীঘলীয়া বাল্ব দুটাই এই দৃশ্যবোৰ চাই থাকিল। কামটোৰ ভিতৰত থকা দৰ্জা, খিড়িকী, কাপবোৰ্ড, ওৱাৰড্ৰ'ব, ওৱাল পেইন্টিং সকলোবোৰ যেন ছন্দিতাৰ আচৰণত স্তম্ভমান। কম্পমান। তাই যেন লুকিং গ্লাছৰ প্ৰতিবিম্বটোক বাৰে বাৰে সুধিছে — হে আত্মা ! মোৰ শৰীৰটোৱে তোমাক অকণো শান্তি দিব পৰা নাই। তথাপি তুমি যেন মোৰ এই ধুনীয়া শৰীৰটো এৰি, অভিমান কৰি গুচি নোযোৱা।

অন্ততঃ পুৰুষবোৰক কিবা-কিবি কবৰ বাবেই যেন তুমি মোৰ শৰীৰটোৰ ভিতৰত বৰ্ত্তি থাকা। মানুহৰ চিন্তা জগতৰ পৰা কাপুৰুষালি, সঙ্কীৰ্ণতা আতঁৰ কৰিব পৰাটো সিমান সহজ নহয়। কিন্তু চেষ্টা কৰিলে ইয়াক বহু পৰিমাণে কমাই ৰাখিব পাৰি। মইও চেষ্টা কৰি চাম। মোক সহায় কৰা হে অদৃশ্য আত্মা ! মোক সহায় কৰা । নাৰী আৰু পুৰুষক মই বহু কথা কবলৈ বাকী আছে। তুমি মোৰ শৰীৰটো এৰি সহজতে গুচি নাযাবা। মই শেষ পুৰুষজনৰ আত্মাটোকো পৰীক্ষা কৰি চাব খোজো — পুৰুষৰ আত্মা নাৰীৰ আত্মাতকৈ বেলেগ নেকি ? নে শৰীৰৰ অবয়বটোহে বেলেগ, আত্মা একেই ? মোক এবাৰ মাথো পৰীক্ষা কৰিবলৈ সুবিধা দিয়া হে অদৃশ্যমান চালিকা শক্তি ?

এক ঘন্টা আগতে বুক কৰি থোৱা টেলিফোনটো বাজি উঠিল। তাই বিছনাৰ পৰা চুচৰি গৈ ৰিচিভাৰটো হাতত তুলি ল'লে। মুখেৰে ওলোৱা লেলাউটিবোৰ মুখৰ কোবাৰি ফালি দুই পয়োধৰৰ ওপৰেৰে বৈ আহিল। তাই খুউব কষ্টেৰে চিএঞৰিলে : ইয়া, ইয়া। টুমৰো বাই আই-চি টু-থ্ৰী-জিৰো। দু-ইউ হিয়াৰ মি ? ইয়া, ইয়া। বাই। বৰ কষ্টেৰে ক'লে ছন্দিতাই। তাৰ পিছত এক নিষ্ঠুৰ ভাগৰে তাইক হেঁচি ধৰিলে। তাই পুনৰ ঢলি পৰিল বিছনাত। আঠুৰ পৰা ভৰিৰ পতালৈ ওলমি থাকিল পালেঙৰ পৰা। তেনেদৰে ওলমি থাকিল টেলিফোনৰ ৰিচিভাৰটো। তাই ক্লান্ত শৰীৰেৰে শুই পৰিল।

ছন্দিতা দত্তই দমদম বিমান কোঠত নামিয়েই হাতৰ ঠাৰিত লাগি থকা ঘড়ীটোলৈ আকৌ এবাৰ চালে। ঘড়ীৰ ডায়েলৰ এচুকত স্পষ্ট সংখ্যা চেভেন ওলাই আছে। হয়, আজিয়ে সাত তাৰিখ। আজিয়েই গগণ বিহাৰী কলিকতা আহি পোৱাৰ কথা। ছন্দিতাই বাহিৰে বাহিৰে টেক্সিৰে গৈ গৰিয়াহাতৰ 'কো-ষ্টাৰ' ৰেষ্টুৰাঁত লগ ধৰিব লাগিব মিষ্টাৰ দমিনিক। মিষ্টাৰ দমিনি কাবাৰেটৰ ৰিং মাষ্টাৰ। তেওঁৰ সকলো ঠিকনা টেলিফোনতে ছন্দিতাই সংগ্ৰহ কৰি থৈছিল। মিষ্টাৰ দমিনিৰ আচল নাম বিশ্ব বন্ধু চেটাৰ্জী। এনেবোৰ কামত লিপ্ত কোনো মানুহেই নিজৰ আচল নাম ব্যৱহাৰ নকৰে আৰু নিজৰ এটা নতুন নাম দি লয়। দমিনিয়ে ইতিমধ্যে সিদিনাৰ কাগজত বিজ্ঞাপন উলিয়াই দিছিল। টুলে'জ এট্ৰাকশ্যন : "মিচ মিজিংথি ফ্ৰম ইৰাণ। দি চেক্সি বোম। দি দ্যান্স অব্ নিউ ইৰাণিয়ান

হব্‌চ ” । ছন্দিতাই প্লেনত উঠি আহোঁতে পঢ়া বাতৰি কাকতত তাই এই বিজ্ঞাপন দেখা পাইছিল। মিজিৰেৰি তাইৰে নাম। বিদেশৰ নাম দি বিদেশী ছোৱালী বুলি বিজ্ঞাপন দিয়াটো হৈছিল। কেৱল গ্ৰাহকৰ এট্ৰাক্‌চনৰ বাবে এনেদৰে বিজ্ঞাপন দিয়ে।

ছন্দিতাৰ টেক্সি আহি নিৰ্দিষ্ট ঠাইতে ৰ'ল। নিৰ্দিষ্ট কোঠাত জিৰণি ল'লে।

নিশা দহ বজাত হোটেলত আৰম্ভ হ'ল কাবাৰেট্। সৰু সৰু মেজৰ সম্মুখত বহি থকা গ্ৰাহকবোৰক ইতিমধ্যে ড্ৰিংকচৰ লগত খোৱা বস্তুৰ যোগান ধৰা হৈছে। বিভিন্ন ৰঙৰ লাইটৰ ফ'কাচ পৰিছে তাত। জিলমিল পোহৰৰ মাজে মাজে, পশ্চিমীয়া বাজনাৰ তালে তালে ওলাই আহিল নৃত্যৰতা গাভৰু। এজনী দুজনীকৈ ওলাই আহি অশ্লীল নৃত্যেৰে গ্ৰাহকৰ মুখৰ পৰা টানি নিছে চিগাৰেট। কাৰোবাৰ আধাখোৱা ড্ৰিংকচ্ চুহি লৈছে। কাৰোবাৰ গালত চুমা খোৱাৰ মিছা অভিনয় কৰিছে। মাটি মাটি শৰীৰত থকা শেষ অন্তৰ্বাসখনো গ্ৰাহকৰ সন্মুখতে পেলাই থৈ ক্ষীণ পোহৰৰ মাজতে আন্ধাৰ খেলিয়াই অন্তৰ্ধান হৈছে। এনেদৰে চল্লিছ মিনিট পাৰ হৈ গৈছে। শেষৰ গৰাকী ওলাই বেতিয়া বাজনাৰ তালে তালে নৃত্য কৰিছে মিচেচ্ খুমৰীৰ লগত বহি ড্ৰিংকচ কৰি থকা গগণ বিহাৰীৰ চকু কপালত উঠিল। তেওঁৰ সন্মুখৰ আধাখোৱা আয়নাৰ গিলাচ বাগৰি পৰিল। গ্লাচটো ভাঙি চুৰমাৰ হৈ গ'ল। হাতৰ আধাপোৰা চিগাৰেটৰ টুকুৰাটো মিচেচ্ খুমৰীৰ দামী শাৰীখনত পৰি ক্ষন্তেকতে শাৰীত ছিদ্ৰ এটা হৈ ওলাই পৰিল। শেষৰ গৰাকী নৃত্যৰতা গাভৰু, আজিৰ বিশেষ আকৰ্ষণ মিজিৰেৰিৰ বিকলনা দেহটো চিনি পাবৰ বাবে গগণ বিহাৰী দত্তৰ এক চেকেণ্ড সময় নালাগিল। তেওঁৰ মূৰটো ঘূৰ্‌-ঘূৰা যেন লাগিল। মূৰ ঘূৰালে কিয় ? বহি থকা চকীখনতে ঢলি পৰিল। মিচেচ্ খুমৰীয়ে ডাঙৰকৈ চিএৰ মাৰি দিলে। বয় দুটামানে গগণ বিহাৰীৰ দেহাটো ধৰি হোটেলৰ কোঠালৈ দাঙি নিলে। সিহঁতে এই পাৰমানেণ্ট গ্ৰাহকজনক চিনি পায়। যেনেজাবে ফুদ-পইজনিং হোৱা বুলি তৎক্ষণাৎ ডাক্তৰ অনাৰ ব্যৱস্থা কৰিলে।

এইখিনি সময়তে মিজিৰেৰিয়ে মিস্তাৰ দমিনিৰ হাতৰ পৰা নগদ পাঁচ হেজাৰ টকালৈ উধাও হ'ল — তাই থকা হোটেলখনলৈ। পিছদিনাখন বাতিপুৱাই ৰিটাৰ্ণ টিকটত তাই উৰাজাহাজেৰে উৰা মাৰিব অসমলৈ।

ওবণিৰ সংস্কৃতিলৈ। সাধুবাদৰ কমলক্ষেত্ৰ অসমলৈ। য'ত মহিলাৰ আঠুৰ ওপৰত কাপোৰ উঠাটোও নেচেল চেল।

দিপিলা বাগানৰ বাংলো পাই মিচেচ্ ছন্দিতা দত্তই যেন এটা স্বস্তিৰ নিশ্বাস এৰিলে। এদিন আগতে বেড্ৰুমত ছেদেলি ভেদেলিকৈ থৈ যোৱা বস্ত্ৰ বাহানিবোৰ, তাই থিক ভাগ লগালে। ভাগি যোৱা কাপবোৰ্ডবোৰ মিস্ত্ৰী মতাই থিক ভাগ কৰি ল'লে। মিচেচ্ ছন্দিতা দত্তই মিজিংথি নাম লৈ কলিকতাৰ নামী দামী হোটেলত সগৌৰবে নাচি আহিব পৰাটোতে যেন তাইৰ জীৱনৰ সাৰ্থক মহৎ কাম এটা হ'ল, তাকে ভাবি ভাবি তাইৰ মনটো আনন্দতে নাচি উঠিল। অকল সেয়েই নে ? সিদিনাৰ নিশাটো মিষ্টাৰ দমিনিৰ লগত যৌনক্ষুধা তৃপ্তিৰে নিবাৰণ কৰি যেন গোটেই পুৰুষ জাতিটোকে বুঢ়া আঙুলি দেখুৱালে — এনেহেন লাগিল।

পুৰুষ মহিলাৰ দৈনন্দিন কামৰ পাৰ্থক্য যিবোৰ মানুহে খুঁচৰি ফুৰে তেনেবোৰ মানুহ কিন্তু মহিলাৰ যৌন আবেদনৰ প্ৰতি অধিক সজাগ। নিজৰ বেলিকা যেনিবা তেনেই সাধাৰণ কথা। কিন্তু তেওঁলোকে এবাৰো ভাবি নাচায় যে এজনী মহিলাৰ চৰিত্ৰহননৰ প্ৰশ্ন উঠোতে একোজন বা ততোধিক পুৰুষ চৰিত্ৰও লুকাই থাকে। এই পুৰুষ চৰিত্ৰবোৰ যুগ যুগ ধৰি দাইলৰ শিলগুটি হৈয়ে সদায় বৰ্ত্তি আছে।

মিচেচ্ ছন্দিতা দত্ত নিচেই সাধাৰণ আৰু সুস্থ মহিলাৰূপে বাংলোত থাকিবলৈ ল'লে।

তিনিদিন পাছত লাজে অপমানে মিষ্টাৰ গগণ বিহাৰী দত্ত দিপিলা বাগানৰ বাংলোত আহি ওলাল। উৎসাহ উদ্দীপনা একো দেখা নগ'ল। বিচাৰি অনা ছেৰুৱা দমৰা গোহালিত সোমাই থকাৰ দৰে সোমাই থাকিল। তেওঁ যুৱি আহোতে মিচেচ্ দত্ত ইমান সহজভাবে বাংলোত থাকিব বুলি ভাবি অহা নাছিল। মিষ্টাৰ দত্ত আহি পোৱাৰ লগে লগে মিচেচ্ ছন্দিতা দত্তই আগৰ দৰেই খানচামা মাতি আনি চাহ-জলপান খুৱালে। তৰি-হাত ধুবলৈ গিজাৰত নিজে টুকি অন কৰি পানী গৰম হ'বলৈ দিলে। আনকি চাহ- জলপানৰ টি ট্ৰেখনো নিজে কামকৰা ল'ৰাজনৰ হাতৰপৰা আনি মিষ্টাৰ দত্তৰ সন্মুখত থলে। মিষ্টাৰ গগন বিহাৰী দত্তই মুখেৰে এটা শব্দও উচ্চাৰণ নকৰি কাপোৰ সলনি কৰিলে। বাথৰূমত মুখ-হাত ধুলে। ঘৰুৱা সাজযোৰ পিন্ধি ল'লে। সিহঁতৰ মুখত ধৰা পৰা চোৰৰ দৰে শান্ত আৰু

অস্বাভাৱিক হ'ল। এই মুহূৰ্তত গগণ বিহাৰীৰ ছন্দিতাৰ চকুৰে চকুৰে চাব নোৱাৰা এটা অৱস্থা হ'ল। মিচেচ্ ছন্দিতা দত্ত আৰু মিষ্টাৰ গগণ বিহাৰী দত্তৰ মাজত যেন তেওঁলোকৰ অজ্ঞাতে কোনোবা আততায়ীয়ে এটা বোমা ফিট্ কৰি থৈছে। তেওঁলোক স্বামী-স্ত্ৰীয়ে কথা পতা আৰম্ভ কৰিলেই যেন কোনো অজ্ঞাত স্থানৰ পৰা কোনোবাই ৰিমোট কণ্ট্ৰ'লৰ সহায়ত বোমাটো বিস্ফোৰণ ঘটাই দিব। মুহূৰ্তত গগণ বিহাৰী দত্ত আৰু ছন্দিতা দত্তৰ দেহৰ অঙ্গ-প্ৰত্যঙ্গবোৰ যেন চিগি টুকুৰা টুকুৰ হৈ, ছেদেলি-ভেদেলি হৈ ওফৰি পৰিব।

নপৰে।

ছন্দিতা ইমান কম ধাতুৰে গঢ়া হোৱালী নাছিল। তেনে মহিলা তেওঁ নহয়। সেয়ে নিজে প্ৰকৃতিস্থ হৈ মুখ খুলিলে :

: বিস্কুটটো একামোৰ মাৰি পেলাই দিলা কিয় ? পুৰণা কাৰণে বোধহয় গোন্ধাইছে ? তুমি দেখিছো কিছুদিন ধৰি স্বাস্থ্যৰ প্ৰতি বেছ্ সজাগ ?

মিষ্টাৰ গগণ বিহাৰী দত্তই একো মাতবোল নকৰিলে। এক প্ৰণয় মনেৰে মিচেচ্ ছন্দিতাৰ ওচৰত কাবু হৈ থাকিল। ঠিক মাষ্টৰে বেত দিব খোজা ছাত্ৰৰ দৰে তলমুৰা হৈ ৰ'ল। আচলতে সাহসী ব্যক্তিয়েহে সদাই ওপৰলৈ চাব পাৰে।

ছন্দিতাৰ প্ৰশ্নত কোনো উত্তৰ পোৱাৰ আশা নেদেখি আকৌ মুখ খুলিলে :

: আজি-কালি মানুহে বেয়া বেমাৰ হোৱাৰ ভয়ত লগৰ বস্তু লগতেই লৈ যায়। সেইটো ভাল অভ্যাস। বিশেষকৈ এইডচ্ ৰোগটোক মানুহে বৰ ভয় কৰে। তুমি মোৰ কথাবোৰ শুনিছানে নাই ?

নুশুনাৰ কোনো কাৰণ নাই। কিয়নো একেবাৰে নিস্তব্ধ হৈ থকা বেড্ৰুমটোৰ ভিতৰত কেৱল মিচেচ্ ছন্দিতা দত্ত আৰু মিষ্টাৰ গগণ বিহাৰী দত্তহে আছে। গগণ বিহাৰীয়ে কথাবোৰ শুনি শুনি তেওঁ নিয়ন্ত্ৰণৰ পৰা চাহ খাইছে নে পানীয়ে খাইছে, মিঠাই লাগিছে নে কেহাই লাগিছে একো ধৰিব পৰা নাই। তেওঁ জানে এইটো সময়ত টু বুলি কিবা এটা উচ্চাৰণ কৰা মানেই ছন্দিতাই হিংস্ৰ ৰূপ ধাৰণ কৰিব। ছন্দিতা হিংস্ৰ হৈ উঠিলে পগলা কুকুৰে কামোৰাৰ দৰে তাক কামুৰিবও পাৰে নাইবা

মুখেৰে লেলাউটি উলিয়াই আত্মহত্যাৰ চেষ্টা চলাবও পাৰে। সেয়ে গগণ বিহাৰী মৌন হৈ থাকিল।

কথাবোৰ শুনিবৰ চেষ্টা কৰিছানে ? চোৱা গগণ, মৃত্যুৰ সময়ত মৃতকৰ ওচৰত কোন থাকিব তাক বিধাতাই লিখি থৈ দিছে।

: তুমি বিধাতাক বিশ্বাস কৰা ? — গগণ বিহাৰীয়ে লাহেকৈ ক'লে।

: ভৱিষ্যতক বিধাতা নুবুলি আৰু কি বুলি ক'বা ? চোৱা গগণ, লুক হিয়াৰ আজি-কালি মানুহক মুখৰ কথাতে প্ৰতিবাদ কৰি পতিয়ন নিব পৰা নাযায়। তাৰ বাবে প্ৰয়োজন হয় কিছুমান প্ৰমাণৰ। মই যদি কওঁ, সেই প্ৰমাণ দিবৰ বাবেই মই এই কাণ্ড কৰিলো ? বহুগামিতাৰ ইচ্ছা আকাঙ্ক্ষা যে অকল পুৰুষৰে একচেটিয়া হাবিয়াহ নহয় তাক মই দেখুৱাই দিলো। নাৰীবো যে বহুগামিতাৰ প্ৰতি দুৰ্ব্বাৰ হেঁপাহ থাকে তাক মই প্ৰতিপন্ন কৰিলো।

মিচেচ্ ছন্দিতা দত্তই এটা হুমুনিয়াহ কাঢ়িলে। সেই হুমুনিয়াহৰ গৰম বা গগণ বিহাৰীৰ নাকে-মুখে ছিটিকি পৰিল। ছন্দিতা গগণ বিহাৰীৰ আৰু [illegible] ওচৰ চাপি আহি ক'লে,— "সমাজৰ সজ ব্যক্তিজনো মানবীয় দোষ কিছুমানৰ পৰা সম্পূৰ্ণ মুক্ত নহয় বুলি জানো। তথাপি তোমাক মই সাধাৰণভাৱে ক্ষমা নকৰিম। তুমি মোৰ লগতে আন তিনিজনী ছন্দিতাৰ সংসাৰত জুই জ্বলাই দিছা। তুমি ভাবি আছা নেকি যে সেইবোৰ ছন্দিতাৰ স্বামীবোৰে কলা-বোবা-অন্ধ হৈ ঘৰতে বহি আছে? অৱশ্যে আমাৰ সমাজ ব্যৱস্থা সম্পূৰ্ণ পশ্চিমীয়া হোৱা হ'লে এই গুৰুতৰ সমস্যাটোক তুমি সমস্যা বুলি যেনেদৰে নাভাবিলাহেঁতেন তেনেদৰে মইও নাভাবিলোহেঁতেন। স্বামী-স্ত্ৰীৰ সম্বন্ধ সকলো দেশতে একে নহয়"।

কথাবোৰ কৈ কৈ ছন্দিতা গগণ বিহাৰীৰ একেবাৰে সন্মুখত বহিল। তাইৰ চকুৰ তীব্ৰ জৌজ্বলিত অগ্নি স্ফুলিঙ্গ ওলাই অহা যেন লাগিল গগণ বিহাৰীৰ। তাই আগৰ সেই একে স্বভাৱেৰে এটা এটাকৈ ব্লাউজৰ হুকবোৰ টিপ্ টিপ্‌কৈ খুলি দিলে। বাহিৰখা বুকুখন বহলাকৈ মেল খালে। এজন অনভ্যস্ত কিশোৰৰ দৰে গগণ বিহাৰী কপিবলৈ ধৰিলে। এইটো সময়তহে যেন গগণ বিহাৰীয়ে ছন্দিতাৰ মুখ আৰু খোলা বুকুত চকু স্থিৰ কৰিলে। অতি কঠোৰ ভাৱে ছন্দিতাই খঙাল বাঘিনীয়ে হাতোৰাৰ জোকা নখেৰে মাংস ফলা দি তাইৰ

দেহৰ সকলো আবৰণ টানি-চিৰি - ফালি-দলিয়াই গগণ বিহাৰীক প্ৰশ্ন কৰিলে, —

: এতিয়া কোৱা? এতিয়া কোৱা, মোৰ শৰীৰটোত কি বস্তু ঘাটি হৈ আছে?? কিহে তোমাক আকৰ্ষণ কৰিব পৰা নাই? মোৰ কোনটো অঙ্গ- প্ৰত্যঙ্গই তোমাৰ লগত বিশ্বাসঘাতকতা কৰিছে? কোৱা, কোৱা। নোকোৱা কিয়??

ছন্দিতাই ব্যাঘ্ৰ মূৰ্তিৰে গগণ বিহাৰীৰ মূৰৰ চুলিত খামোচ মাৰি ধৰি জোকাৰি দিলে। তাৰ চকুলোৰে তিতি থকা নাক, মুখ, জোকাৰণিত বাৰে বাৰে খুন্দা খাইছে ছন্দিতাৰ খোলা ওলমি পৰা স্তনযুগলত।

বহুদেৰি মূৰত ছন্দিতা নিজে নিজে প্ৰকৃতিস্থ হ'ল।

তুমি জানানে — অলংকাৰ যেতিয়ালৈকে পৰিধান কৰা নহয় সেই অলঙ্কাৰৰ সৌন্দৰ্য্যও অৰ্থহীন। স্বামী-স্ত্ৰী যদি সঙ্গমত লিপ্ত নহয় তেনেহলে সেই স্বামী-স্ত্ৰীৰও সৌন্দৰ্য্য বৰ্ত্তি থাকিব নোৱাৰে। সৌন্দৰ্য্য কিয় — সিহঁত প্ৰকৃত অৰ্থত স্বামী-স্ত্ৰীয়ে নহয়।

যৰখন যদি সংসাৰ যজ্ঞৰ পূজাৰ থলী বুলি ভাবা তেনেহ'লে গৃহিণী হ'ল তাৰ পুৰোহিত। পুৰোহিতক কোনোদিন অৱমাননা নকৰিবা। কাৰণ পুৰোহিতে কোনোদিন নিজে আশীৰ্বাদ মাগায়। মইও তোমাৰ পৰা কোনোদিন আশীৰ্বাদ বিচৰা নাছিলো। পূজাত আগবঢ়োৱা মধুপৰ্কত থকা দৈৰ সোৱাদ তুমি যোলেৰে ল'ব বিচাৰিছা? বৰ ভুল কৰিছা তুমি? ইয়াতকৈ ডাঙৰ মূৰ্খ কোনোবা আছে বুলি মই নাভাবো।

গগণ বিহাৰীৰ ওঁঠ দুটা ইমানপৰে শুকাই কৰ্কৰীয়া হৈ আছিল। এক টি-পট্ চাহ শেষ হ'ল; কিন্তু তেওঁৰ ওঁঠ দুটা তিতি নুঠিল। খুউব ক্ষীণ কণ্ঠেৰে ছন্দিতাৰ সুকোমল মাংসৰ যৌৱনীয়া শৰীৰটো স্পৰ্শ কৰো নকৰোকৈ গগণ বিহাৰীয়ে ক'লে,—

"মোৰ ইমান ডাঙৰ স্খলন এটাৰ ইমান ডাঙৰ শাস্তি দি তুমি ইমান ভয়ঙ্কৰ দোষটো ইমান সাধাৰণ সৰলীকৰণ . কৰিব পাৰিলা, ছন্দিতা?

: সেইকেথাৰ কথা কৈ তুমি মোক মহীয়সী কৰিব বিচাৰিছা? মুঠেও নহয়। মহীয়সী নাৰীয়ে কোনোদিন আনক শাস্তি দি নাইবা আনক কষ্ট দি ভাল নাপায়। ই মহানতাৰ নিদৰ্শন হ'বই নোৱাৰে। মানুহে মানুহক

শাস্তি দি মহীয়ান হ'ব নোৱাৰে। তাকো তুমি জানি থোৱা ভাল। লগতে এইটোও জানি থোৱা ভাল যে ফুলৰ সুগন্ধত মতলীয়া হৈ বিষাক্ত সাপ ফুল গছৰ পাতৰ মাজত লুকাই নাথাকে, থাকে ফুলৰ গোন্ধত মতলীয়া হৈ মৌ চুহিবলৈ অহা পোক- পতঙ্গবোৰক সহজতে ধৰি খাবৰ বাবেহে। মোৰ হাঁহি উঠে, — তোমালোক পুৰুষ বিলাক নাৰীৰ ওচৰত ইমান বুৰ্বক হৈ পৰা কিয়? তুমি এতিয়া থিয় হোৱা আৰু মোৰ এই নিৰাভৰণ শৰীৰটোক তোমাৰ পছন্দ মতে এখন এখনকৈ কাপোৰ পিন্ধাই দিয়া। মোক সজাই-পৰাই বাগানৰ অফিচলৈ পঠোৱা আৰু তুমি ঘৰত থাকা। আজিৰ পৰা বাগানৰ সমস্ত কাম মই চাম। মইও ফেৰপাতি লৈছো — মহিলাই বাগান চলালে কুঁহিপাত ওলায় নে নোলায়? মইও প্ৰডাকশ্যন ডিভিজনত তদাৰক কৰি চাব বিচাৰিছো — কোৱালিটি ইমপ্ৰুভ হয় নে নহয়? মইও বাগানৰ প্ৰশাসন দণ্ড হাতত লৈ চাব বিচাৰিছো— মাৰ্কেটিং ডিভিজনত আগতকৈও বেছি লাভৰ মুখ দেখুৱাব পাৰে নে নোৱাৰে?

তুমি বোধকৰো এতিয়া তোমাক দিব খোজা ভয়ঙ্কৰ শাস্তিটো নিশ্চয় সহজতে বুজিব পাৰিছা? ইয়াতকৈ ডাঙৰ শাস্তি আৰু মই তোমাক দিব নোখোজো।

ইয়াৰ পিছত গগণ বিহাৰী আৰু থিৰেৰে থাকিব নোৱাৰিলে। থমথমীয়া মুগাৰ চাদৰখন ছন্দিতাৰ গাত দি ছন্দিতাৰ পচন্দৰ উমান এটা ল'লে। গগণ বিহাৰীয়ে বাধ্য ল'ৰাৰ দৰে এখন এখনকৈ কাপোৰ পিন্ধাই গ'ল ছন্দিতাক। ছন্দিতাই সৰ্ব্বশৰীৰত এক পুলক অনুভৱ কৰিলে। গগণ বিহাৰীয়ে সজাই গ'ল প্ৰাণৰ প্ৰতিমা মহালক্ষ্মীক এক তেনেই সাধাৰণ খনিকৰৰ দৰে। তাৰ পিছত বৰ্ত্তীন চেণ্ডেলযোৰ পিন্ধাই দুই ভৰিৰ কাষতে ফেঁচাটোৰ দৰে বহি পৰিল।ছন্দিতা এখোজ-দুখোজকৈ ঘৰৰ বাহিৰ ওলাল। আজি বহুদিনৰ মূৰত ছন্দিতাই খোজ কাঢ়ি যাওঁতে পিছফালৰ পৰা দেখিছে গগণ বিহাৰীয়ে। সঁচায়, কি এক অপূৰ্ব্ব ছন্দ ছটিয়াই খোজ কাঢ়িছে ছন্দিতাই। তাইক বহুবাৰ বহুৰূপে দেখি আহিছে গগণ বিহাৰীয়ে। কিন্তু নাতি দূৰৈৰ পৰা বেড্ৰূমৰ মজিয়াত বহি, ছন্দিতাই খোজ কাঢ়ি ওলাই যোৱাৰ মধুৰ ছন্দ গগণ বিহাৰীয়ে যি উপভোগ কৰিলে, সি তাৰ দুকুৰি দুই বছৰীয়া জীৱনটো এক নতুন ছন্দৰ তালে তালে আগবঢ়া যেন লাগিল।

## ॥ মৰি কলঙৰ দলং ॥

সময়-নিষ্ঠুৰ। সময়-সুন্দৰ। সময়ক কেতিয়াবা হাত বাউল দি মাতিছো। সময়ৰ বাবে কেতিয়াবা অপেক্ষা কৰি আছো। সময় নাহিবৰ বাবে কেতিয়াবা কাকুতি কৰিছো। সময়ক বিদায় দিছো । সময়ক উপভোগ কৰিছো। কিন্তু সময় সময়েই। সময় অহাও নাই, সময় যোৱাও নাই। যদি সময় আহিছে—সি অন্তহীন গতিত আহি আছে। যদি সময় গৈছে সি শেষ নোহোৱাকৈ গৈ আছে। ইয়াৰ উঁৰাল ক'ত কোনেও নাজানে; নাইবা ই ক'ত লীন হৈ গৈছে তাকো কোনেও ক'ব নোৱাৰে।

প্ৰকাণ্ড ঘৰটোৰ কাষতে থকা প্ৰকাণ্ড আঁহত গছজোপা বুঢ়া হ'ল। শ্ৰীমতী অৱন্তী দেৱীও পঞ্চাশৰ ঘৰ পাওঁ পাওঁ। অসম টাইপৰ প্ৰকাণ্ড ঘৰটোৰ চাৰিওফালে বাৰাণ্ডা আছে। ঘৰটোৰ খিড়িকী-দৰ্জাৰ ওপৰে ওপৰে মকৰাৰ জাল। চিলিঙৰ চুকবোৰত ঘৰচিৰিকাৰ খেৰকুটাৰ সজা। শ্ৰীমতী অৱন্তী দেৱীয়ে অন্ততঃ ইমান বছৰে তাকেই দেখি আহিছে। প্ৰকাণ্ড ঘৰটোৰ ইমূৰৰ পৰা সিমূৰলৈ খোজ কাঢ়ি কাঢ়ি আমনি লাগিলে গছজোপাৰ তলতে অলপ সময় থিয় হয়। গছজোপাৰ পাতবোৰ মলয়া বতাহে কোৱাই দিয়া ৰিব্ ৰিব্ শব্দবোৰ কাণ পাতি শুনে। বৰ ভাল লাগে অৱন্তী দেৱীৰ এই শব্দটো। গছৰ আগৰ বতাহ খিনিয়ে নিজৰ গাতে কোবাই দি যোৱা যেন লাগে।

শ্ৰীমতী অৱন্তী দেৱী বৰ অকলশৰীয়া । তিনিজনকৈ পুত্ৰ আৰু দুজনীকৈ জীয়াৰীক উচ্চ শিক্ষা দি বিয়া-বাৰু কৰাই দিয়াৰ পাচতো শ্ৰীমতী অৱন্তী দেৱী আজি অকলশৰীয়া। চহৰ খনৰ শেষ প্ৰান্তত য'ৰ পৰা

এখন গাঁও আৰম্ভ হৈছে ঠিক সেইখিনিতে অৱন্তী দেবীৰ প্ৰকাণ্ড ঘৰটো। ডাঙৰ ল'ৰা বেদানন্দ, বোৱাৰী আৰু নাতি-নাতিনীৰ সৈতে, থাকে বিদেশত। এটা ডাঙৰ কোম্পানীত কাম কৰে। মাজু ল'ৰা ৰূপম থাকে তিনিচুকীয়াত— চাহ বাগানৰ মেনেজাৰ । আৰু অৰূপ, — সি অৰুণাচলৰ বোমডিলাত এখন ডিচপেন্‌চাৰীৰ ডাক্তৰ । বোৱাৰী কেইজনীও শিক্ষিতা। আটাইকেজনী অতি আঢ্যৱন্ত পৰিয়ালৰ ছোৱালী। অৱন্তী দেবীৰ স্বামী জীয়াই থাকোতেই ছোৱালী কেইজনীকো সৎ আৰু অৱস্থাপন্ন ভাল ভাল ল'ৰাৰ লগত বিয়া দিছে। সৰুজনী যেনিবা এইখন চহৰতে থাকে । সপ্তাহে পথেকে আহি মাক বাপেকৰ খবৰ কৰি যায়হি। দেউতাকৰ নিৰুদ্দেশৰ বাতৰি বিয়পি পৰাৰ লগে লগে আটাইবোৰ ল'ৰা-ছোৱালী, বোৱাৰী-নাতিনীহঁত সমদিতে ওলালহি। এই সময়ত সেই প্ৰকাণ্ড ঘৰটোৰ কাষত থকা প্ৰকাণ্ড আহঁত গছ জোপাৰ পাতৰ বিৰ্ বিৰ্ শব্দৰ সুৰ শুনিবলৈ নাপায়। ঘৰখন এক হুলস্থুল পৰিবেশত আধাৰাতিলৈকে সাৰে আছে। দৰ্জা-খিড়কীৰ শব্দ, চকী-মেজ চোচোৰাই নিয়াৰ শব্দ, কোনোবাটো ধুপুচকৈ পৰাৰ শব্দ, কোনোবাটোৰ ল'ৰা-ছোৱালীৰ ৰাউচি জোৰা কান্দোন, ডাঙৰবোৰৰ হাঁহিৰ খলকনি ইত্যাদিৰে ঘৰখন খুদুলি-মুদুলি হৈ আছে। দহোটাকৈ নাতি-নাতিনীৰ কোনোটোৱে অৱন্তী দেবীৰ হাতত ধৰি আমনি নাইবা ওমলিবৰ হাবিয়াহ নকৰে। তাতোকে ভিডিঅ'গেম, চোতালত ক্ৰিকেট খেলা নাইবা ষ্টেৰিঅ'ত গান শুনাতে ব্যস্ত। অৱন্তী দেবীয়ে সিহঁতৰ এই কাণ্ড-কাৰখানাবোৰ আলেঙে আলেঙে মূৰত এটা চিন্তাৰ বোজা লৈ উমান লৈ আছে । দুদিনলৈ মৰম কৰি কি হ'ব ? দুদিন পিচতেই আটাইবোৰেই নিজৰ নিজৰ ব্যস্ততা দেখুৱাই উৰা মাৰিব। তদুপৰি অৱন্তী দেবীৰ এটা ডাঙৰ সমস্যা হৈছে ভাষাক লৈ। নাতি, বোৱাৰীহঁতে যদিও অসমীয়া ভাষাতে কথা পাতে ত থাপিও তেওঁ সেইবোৰ নুবুজে। পুতেকহঁতৰ কোনোবাজন যদি ওচৰত থাকে তেনেহ'লে তেওঁক বুজাই দিব লগা হয়।

"বৰ দেউতা, বৰ দেউতা, কাৰ্ল হুপাৰ মেন অৱদ্য মেচ হ'ল — মাজু পুত্ৰৰ নাতিয়ে কোনোবাটো ৰূমৰ পৰা তৰা-নৰা ছিৰি দৌৰি আহি আইতাক অৱন্তী দেবীক এক খুন্দা মাৰি বগৰাই থৈ সিটো মূৰত বৈ থকা বেদানন্দক খামুচি ধৰিব খোজোতেই লুটি খাই বাগৰি পৰিল । লগে লগে তাৰ আটুঁত দিবলৈ কত ধৰণৰ যে ঔষধ বোৱাৰীহঁতৰ বাকচৰ পৰা ওলাল ? অকল

সেয়াই নহয়, ডাক্তৰ পুত্ৰই এটা টিটেনাচ ইন্‌জেকশ্যনো দিলে। অৱন্তী দেৱীয়ে কোনোমতে কঁকালটো পোনাই থিয় হ'ল। নাতিয়ে কি ইমান ডাঙৰ খবৰ দিবলৈ দৌৰ মাৰিছিল তেওঁ বুজি নাপায়।

ঘৰখনৰ এই হুলস্থূলীয়া পৰিবেশৰ মাজতে আকৌ এটা গহীন খবৰ আহিল। খবৰটো পুতেক, বোৱাৰীয়েক, জীয়েকহঁতে যেন তেওঁৰ পৰা লুকুৱাবলৈ যত্ন কৰিছে। ডাঙৰ জনী ছোৱালীৰ ডাঙৰ ল'ৰাটোৱে হেনো সমনীয়াৰ লগত লগ লাগি ঝাৰু-বালী এজনীক ৰেপ্ কৰিছে। পুলিচে তাক ইয়ালৈ বিচাৰি আহিছে। পুলিচ কনিষ্ঠবল কেইজনক দ্ৰইং ৰুমৰ চোফা চেটত বহুৱাই চাহ-পানী খুৱাই আতিথ্য আগবঢ়াওতেই অৱন্তী দেৱীয়ে গম পাইছিল — কথা গম্ভীৰ। ৰেপ্ কৰা কথাটো তেওঁ বুজি পোৱা নাই, কিন্তু কিবা এটা সাংঘাটিক দোষ যে কৰিছে তাক তেওঁ বুজি পাইছে। ডাঙৰ জীৰ ডাঙৰ পো হাযাৰ চেকেণ্ডাৰী পাছ কৰা ছাত্ৰ। তেনে বয়সৰ ল'ৰাই যাক বাপেকে নজনাকৈ কি ধৰণৰ দোষ কৰিব পাৰে তাকে বাৰে বাৰে মনতে ঘুৰিয়াই চাইছে।

ইপিনে বোৱাৰী হঁতে হাঁহি-খিকিন্দালি কৰি নিজৰ নিজৰ "বংশধৰ" সকলৰ গুণ-গান গাইছে। নিজৰ নাতি-নাতিনীহঁতৰ গুণ-গানত আইতাক অৱন্তী দেৱীৰও আনন্দ লাগিব লাগিছিল। কিন্তু সিঁহতৰ বুজি নোপোৱা কথাবোৰত তেওঁ সেই আনন্দ উপভোগ কৰিব পৰা নাছিলঃ

ৰৰবোৱাৰীয়ে মাজুবোৱাৰীক কৈছে ঃ জানানে জীনা? আমাৰ পুত্ৰই এইবাৰ এনুৱেল পৰীক্ষাত ৰচনা লিখিছে, মই এজন হাইজেকাৰ হ'ম। টেৰৰিষ্ট হৈ পৃথিবী ভ্ৰমি ফুৰিম। মানুহৰ মাজত সন্ত্ৰাসৰ সৃষ্টি কৰি যে কিমান আনন্দ লাগে। এইবোৰ লিখিবলৈ সিহঁতে ক'ত যে বাক্যবোৰ বিচাৰি পায়? কিতাপত এনেবোৰ ৰচনা নাই দেখোন? কিন্তু আব্ৰাহাম লিঙ্কন, স্বামী বিবেকানন্দৰ বিষয়ে লিখিবলৈ দিলে সিহঁতক জাপে জাপে বেকাবেঞ্চ বুক উলিয়াই দিব লাগিব।

"নকৰ বাইদেউ! আমাৰটোৱে আকৌ জন্ম দিনত উপহাৰ পোৱা বন্দুকটোৱে ভনীয়েকক টাৰগেট কৰিলে। মামুৰ বাঁও চকুটোৰ কোণতে ভালদৰে চাবচোন? অপাৰেশ্যন কৰিছে কোনোমতে চকুটো ৰক্ষা পৰিল।

বোৱাৰীহঁতে হাঁহি-খিকিন্দালি কৰি থকাৰ মাজতে সৰু বোৱাৰীৰ ল'ৰাটো হাত-মুখ নোধোৱাকৈ ভাতৰ পাতৰ পৰা দৌৰি আহি ক'লে ঃ মমা, মমা,

আজি বিনা পইচাৰ মাংস খালো।

ঃ কি বিনা পইচাৰ মাংস খালি অ'। আজি মাংস বন্ধাই নাই— মাংস পালি ক'ৰ পৰা?

এইবাৰ বোৱাৰীহঁতে নুবুজা কথা শাহুআই অৱন্তী দেৱী বাৰাণ্ডাতে বহি থকাৰ পৰাই বুজি পালে। তিনিজনীকৈ বোৱাৰী ঘৰত থাকিও নাতিহঁতে চাউলত থকা জলীয়া পোক খাব লগীয়া হ'ল। পুৰণি চাউলকেইটাও সিহঁতে বাছি ধুই খাব নোখোজে।

[ক]

দেউতাক নিখোজ হোৱাত ককায়েক ভনীয়েকহঁত সপৰিবাৰে আহি পুৰণি ঘৰটোতে লগ লাগিছেহি। ভৰ দুপৰীয়া শ্ৰাদ্ধ শেষ হওঁ নহওঁতেই এজন অল্প বস্ত্ৰ পৰিহিত শীৰ্ণ মানুহ আহি শ্ৰাদ্ধৰ থলীত সাষ্টাঙ্গে সেৱা জনালেহি। ফুল এপাহ শিৰত লৈ মানুহজনে এচুকত বহি থকা, শুক্ল বস্ত্ৰ পৰিহিতা উকা কপালৰ শুকান মুখৰ অৱন্তী দেৱীলৈ এখন্তেক চালে। তাৰ পিছত মুখখন ঘূৰাই আঁতৰি যাবলৈ ধৰোতেই অৱন্তী দেৱীয়ে কাৰোবাক কোৱাৰ দৰে কলে— "ৰ'ব! নাযাব। মোক মাত এষাৰ নিদিয়াকৈ আপুনি নাযাব"। শীৰ্ণ মানুহজন আকৌ ঘূৰিল। তেওঁ লাহে লাহে আহি প্ৰকাণ্ড আহঁত জোপাৰ মাটিৰ ওপৰত ওলাই থকা শিপাডালতে বহি পৰিল। অৱন্তী দেৱীয়ে বৈধব্য সাজৰ ওৰণি খন টানি ক'লে ঃ আপোনাক মই চিনি পাইছো। আপুনি এনেদৰে গুচি গলে মোৰ সতি-সন্ততিৰ গালৈ বেয়া। সিহঁতৰ মঙ্গল কামনা কৰাই মোৰ একমাত্ৰ চিন্তা। আপুনি সিহঁতৰ অমঙ্গল মাতি নানিব।

[খ]

বেথাৰাম শইকীয়া আৰু গোপেশ্বৰ ভড়ালী দুয়ো নলে-গলে লগা বন্ধু। চেঙেলীয়া কালতে যি সখি বান্ধিছিল সি শেষ বয়সলৈ আটুট থাকি গ'ল। ইজনে সিজনক সখা বুলি মাতে। দুয়ো গাঁৱৰ ঘৰৰ পৰা ওলাই আহি তাহানিতে চহৰত লগ হৈছিলহি। দুয়ো দু-ঠাইৰ মানুহ যদিও ঘৰুৱা অৱস্থা দুয়োৰে বৰ বেয়া আছিল। তাহানিৰ দিনত কম পঢ়া-শুনা কৰা লোক বাহিৰ নহৈছিল। খেতি-বাতি, মাছ-পুঠি আমদানি আছিল। সেয়ে সৰু-সুৰা চাকৰি আদি কৰিবলৈকে লাজ কৰিছিল। বেথাৰাম আৰু গোপেশ্বৰ

কিন্তু ঘৰৰ বাহিৰে ওলাব লগীয়া হৈছিল— ঘৰৰ শোচনীয় অৱস্থাৰ বাবে। মানুহৰ সংখ্যা বাঢ়ি আহিল। মাটিৰ পৰিমাণ কমি আহিল। অসমত বাহিৰৰ লোকে ভিৰ কৰা দেখি সিহঁতো চহৰলৈ ওলাই আহিছিল— কামৰ সন্ধানত। কাম বিচাৰি ঘূৰি ফুৰোতে দুয়োৰো লগা লগি। তেনেদৰে ঘূৰি ফুৰোতে মহৰীৰ চাকৰিও পালে পৌৰ নিগমত। বন্ধুত্বৰ কিন্তু হেৰফেৰ নহ'ল। দুয়ো থাকে চহৰৰ চুক এটাত। সাধাৰণ খেৰৰ ঘৰ। খোৱা, শোৱা একে লগে। সময়ত গোপেশ্বৰৰ বুদ্ধিৰ বিকাশ ঘটিল। তেওঁ চাকৰিৰ ওপৰিও আনৰ নামত দুই এটা সৰু-সুৰা ঠিকা লোৱা আৰম্ভ কৰিলে। সময়ত গোপেশ্বৰৰ চাকৰিৰ মোহে আমুৰালে। চাকৰিৰ নিৰ্লস কামত তেওঁ নিৰাসক্ত হ'ল। তদুপৰি নিজাকৈ কৰা কামবোৰত নিতৌ নতুন নতুন বুদ্ধিয়ে গজালি মেলে। নতুন নতুন চিন্তা-চৰ্চাই মনটোক আনন্দিত, উত্তেজিত কৰি ৰাখে। তেওঁ চাকৰি বাদ দিলে। কিয়নো চাকৰিয়াল আৰু গাধক তেওঁ সমান দৃষ্টিৰে দেখা হ'ল।

বেথাৰাম কিন্তু একে হৈয়ে থাকিল। বেথাৰাম শইকীয়াই বিয়া-বাৰুও কৰালে। ঘৰ-সংসাৰ কৰি আঁতৰি গ'ল। অৱন্তী দেবী বেথাৰামৰ জীৱন লগৰী হ'ল। এইখিনিতে গোপেশ্বৰ অলপ আঁতৰি গ'ল যদিও দুয়ো সখাৰ মৰম চেনেহৰ হেৰফেৰ নহ'ল। দুটামান কেঁচুৱা হোৱালৈকে গোপেশ্বৰে সময় পালেই বেথাৰামৰ ঘৰত আড্ডা দিছিল। সখিয়নীৰ লগত আৰু বেৰ নোহোৱাকৈ কথা পাতিছিল। সখিয়নীৰ হাতে তৰহে তৰহে সুস্বাদু ব্যঞ্জনৰ সোৱাদ লৈছিল। অসুখ-বিসুখত টকা-পইচাৰে সহায়ও কৰিছিল। বিনিময়ত তেওঁ কিন্তু একো বিচৰা নাছিল। আনকি ধাৰলৈ দিয়া টকা কেইটাও ঘূৰাই লোৱা নাছিল।

গোপেশ্বৰে বিয়া নকৰালে। কিন্তু বিয়া কৰাবৰ বাবে তেওঁৰ যে পৌৰোষত্ব নাছিল তেনে নহয়। নাইবা কাৰোবাক ভাল পাই ব্যৰ্থ প্ৰেমিক হৈ চিৰকুমাৰ হ'ব বিচাৰিছিল তেনেও নহয়। তেওঁৰ মতে সংসাৰ জামেলাত সোমাই পৰি সুখ বিচাৰি হাবাথুৰি খোৱাৰ তেওঁৰ সমূলি ইচ্ছা নাই। বিবাহৰ নিচিনা এক কঠোৰ সামাজিক বন্ধনত সোমাই এটোপ দুটোপকৈ সুখৰ মৌজোল তেওঁ খাব নোখোজে। এনে মৌজোল খাব বিচৰা অনেক লোকেই জীৱনত শোৱা নোশোৱা, থকা নথকা, অদৰ্কাৰীভাবে কেইদিনমানৰ বাবে ঘৰ এটা সাজি মন আৰু দেহক ঘূণীয়া কৰা নিজে দেখিছে। চকুৰ আগত

এসোপা ধন-জন লৈ এদিন চকু মুদাৰ পক্ষপাতী তেওঁ নহয়। সচাঁ অৰ্থত তেওঁ এজন ধনী সন্ন্যাসী হৈ থাকিব বিচাৰে। ল'ৰা-তিৰোতাৰ বোজা কঢ়িওৱাতকৈ নিজৰ শৰীৰটোকে তেওঁ বোজা হিচাপে বাচি থকা দিন কেইটাত কঢ়িয়াই লৈ ফুৰিব বিচাৰে। দুই একে তেওঁক ঠাট্টা মন্তব্য কৰে : " হাড় কেইডাল শুচি কৰক "। গোপেশ্বৰ ভড়ালীয়ে কোনো উত্তৰ দিয়াৰ প্ৰয়োজন অনুভৱ নকৰে। তেওঁ সামান্য এটা হাঁহিৰেই তেনেবোৰ ঠাট্টা-মন্তব্য উৰুৱাই দিয়ে। মৃত্যুৰ পাছত হাড় কেইডালত যদি পাপ লাগি থাকে, চিতাৰ জুইয়ে নোপোৰে তাক তেওঁ চাবলৈ আৰু ওভতি নাহে। তথাপি ঘৰ- সংসাৰ কৰাৰ নামত চকামকা সুখ তেওঁক নালাগে। বহুতক তেওঁ দেখিছে, ল'ৰা-ছোৱালীৰে ভৰা সংসাৰ একোখন কৰি শেষ বয়সত নাইবা বেমাৰী অৱস্থাত কোনো কাষত নাই। সেই সময়ত হয়তো ওচৰ চুবুৰীয়াই হাত আগবঢ়াইছে। প্ৰকাণ্ড ঘৰ একোটা সাজি হয়তো কামবোৰ এনেয়ে পৰি আছে। থাকোতা নাই। মাটি-বৃত্তি, ধন-সম্পত্তি আদি অৰ্জাখিনি নিজে ভোগ কৰাতকৈ বহুখিনি এৰি থৈ যাব লগীয়া হয়। সুখ যদি আছে নিজৰ গালৈকে আহক। সেয়ে যৌবনৰ ভৰ দুপৰীয়া তেওঁ অস্ত্ৰোপচাৰ কৰি নিজৰ পৌৰোষত্ব নিৰ্মূল কৰিলে। সাংসাৰিক জীৱনৰ অপৰিহাৰ্য বিবাহ, ঘৰ-দুৱাৰ, ল'ৰা-ছোৱালী এই আটাইবোৰৰ বিপৰীতে থিয় হ'ল—গোপেশ্বৰ ভড়ালী। ফলত অকলশৰীয়া জীৱনটোক টকা পইচাই, প্ৰয়োজনতকৈ বেছিকৈ আগুৰি ধৰিলে। চিৰকুমাৰ বাবে কাৰো ঘৰলৈ সঘনে যোৱাটোও বন্ধ কৰিলে। কাৰোবাৰ মনত কিহবাৰ সন্দেহ ওপজোৱাৰ কি দৰ্কাৰ? সামান্য ভাৰাঘৰ এটাত থাকে। ভাত-পানী ৰান্ধিবলৈকো কাকো ৰখা নাই। নিজকে তেওঁ অকলশৰীয়াকৈ চাবলৈ ইচ্ছা প্ৰকাশ কৰিছে। চিৰকুমাৰ হোৱা বাবে তেওঁৰ ইষ্ট কুটুম্বও কম। কাৰো সৈতে ধাৰ-ধাৰী নাই। আৰ্জিছে আৰু খাইছে। কাৰো ওচৰত তেওঁ কৈফিৎ দিব লগীয়া হোৱা নাই।

ইফালে সম্পূৰ্ণ ওলোটা গতিৰে ৰেখাৰামৰ সংসাৰ ডাঙৰ হৈ গৈ আছে। বছৰে দুবছৰৰ মূৰত অন্ততঃ একোটা শিশুৰ জন্ম হোৱাৰ খবৰ গোপেশ্বৰে পাই আছে। টকা পইচাৰ অভাৱত ৰেখাৰাম শইকীয়াই হাত পাতিছে— গোপেশ্বৰে বিনা বিধাই দি গৈছে। এই কথা ৰেখাৰাম শইকীয়া আৰু তেওঁৰ পত্নীৰ বাহিৰে আন কোনেও নাজানে। অৱন্তী দেৱীৰ একোবাৰ এই মানুহজনৰ

প্ৰতি শ্ৰদ্ধাত, কৃতজ্ঞতাত মূৰ দো খাই যায়। ল'ৰা-ছোৱালী ডাঙৰ হ'ল। স্কুল কলেজত উঠিল। ঘৰত থাকিবলৈ নিজা নিজা কোঠাৰ দৰ্কাৰ হ'ল। ঘৰটো ডাঙৰ কৰিবলগীয়া হ'ল। উপযুক্ত পাত্ৰ-পাত্ৰী চাই ছোৱালীহঁতক বিয়া দিলে। ল'ৰাহঁতলৈ বিয়া কৰাই আনিলে। এই আটাইবোৰ কাম যেন অপোনা-আপুনি হৈ আছে — তেনে লাগিল শ্ৰীমতী অৱন্তী দেবীৰ। তেওঁৰ কঢ়া শাসনতে যেন সিহঁত মানুহ হৈ খুঁটি খাব পৰা হ'ল— ভাবিলেই ভাল লাগে অৱন্তী দেবীৰ। চাকৰি নোপোৱালৈকে সিহঁতৰ চৰিত্ৰ গঠনত বাৰুকৈয়ে তেওঁ নজৰ ৰাখিছিল। স্বামী ৰেথাৰাম শইকীয়াৰ পৌৰ নিগমৰ মহৰীৰ চাকৰিৰে ইমানবোৰ কাম হোৱা নাই বুলি তেওঁ জানে। কিমান দিন যে স্বামীৰ অজ্ঞাতে তেওঁ গোপেশ্বৰ ভড়ালীৰ পৰা টকা-পইচা হাত পাতি লৈছে তাৰ জোখ নাই। সেই ঋণ তেওঁ পৰিশোধ কৰিব পাৰিব বুলিও কোনো মুহূৰ্ত্ততে কল্পনা কৰা নাছিল।

দিনবোৰ পাখি লগা কাঁড়ৰ দৰে উৰি গৈ আছে।

সংসাৰখনৰ, বিশেষকৈ নিজৰ সংসাৰখনৰ সকলো কাম শেষ কৰাৰ পিছত এহাল পিতৃ-মাতৃৰ কি কাম থাকে বাৰু? স্বামী ৰেথাৰামে অৱসৰ লোৱাৰ পিছত কি কৰিম বুলি ভাবিছে বাৰু? বিছনাত পৰি থাকিব নালাগিলে, মানুহ একোজন জানো এনেয়ে শুই বহি কটাব পাৰে? বিশেষকৈ নিৰিবিলি ঘৰ এখনত? কাম যে একেবাৰে নাই তেনে নহয়। কিন্তু কিবা কৰিবলৈ আগ্ৰহ বা প্ৰেৰণাওতো পাব লাগিব। পুতেকহঁতে পঠিয়াই দিয়া টকাবোৰ দুহাতে খৰচ কৰিলেও দেখোন শেষ নহয়?

ইপিনে লগে-ভাগে থাকিবৰ বাবে গোপেশ্বৰ ভড়ালীক মাতিছে। তেওঁ নাছোড়বান্দা। "এই বুঢ়া কালত মোৰ অকলশৰীয়া ধ্যান-ধাৰণাক বিসৰ্জন দিবলৈ নিদিবা। মই মোৰ বাবেহে। তাত বিধি-পথালি দিবলৈ তোমালোকে যত্ন নকৰিবা। মই সদায় আঁতৰে আঁতৰে তোমাসৱৰ সান্নিধ্য লৈ আছো। এনেকৈ থাকিলেমই বৰ আনন্দ পাওঁ"।

[গ]

এদিনাখন ৰেথাৰাম শইকীয়া ঘৰৰ পৰা নোহোৱা হ'ল। নোহোৱা হ'ল মানে—তেওঁ যে প্ৰাণাধিকা অৱন্তী দেবীৰ লগত কাজিয়া কৰি নোহোৱা হ'ল তেনে নহয়। অৱসৰ গ্ৰহণ কৰাৰ পাছত ঘৰতে জুপুকা মাৰি বহি

থকা বেথাৰামে ইমানবোৰ ল'ৰা-ছোৱালী, নাতি-পুতি থাকিও যেতিয়া অকলশৰীয়া অনুভৱ কৰিলে তেতিয়াই তেওঁ কিবা ভাবুক হৈ পৰিল। অতদিনে ইমান কষ্ট কৰি, ঘৰ-দুৱাৰ সাজি আজি তাত থাকিবলৈ মানুহ নাই। অৱন্তীৰ অসুখ অকণ হ'লে আল-পৈচান ধৰোতা নাই। পুতেক-বোৱাৰীয়েকহঁতৰ সময় নাই। অকল অৱন্তীৰ লগত কিমান কথা পাতিব? ৰামায়ণ, মহাভাৰত, গীতা কিমান পঢ়িব ? তেওঁ যিমানখিনি সৎ তাতোকৈ বেছি সৎ হোৱাৰ উপায় নাই। খোৱা আৰু শোৱাই তেওঁৰ একমাত্ৰ কাম। নিজস্ব হবি বুলি তেওঁৰ কোনো হবি নাই। নামঘৰ, পূজা থলীলৈ গৈও শান্তি নাপায়। নামঘৰত নাম-কীৰ্ত্তন যদি চলে দুঘন্টা, পৰচৰ্চ্চা, পৰনিন্দা চলে আৰু দুঘন্টা। এই মানুহবোৰে আনক যে দোষ দি থাকে নিজে ভাল হ'লেই দেখোন সমাজ ভাল হয়। প্ৰতিজন নহ'লেও অন্ততঃ নাম ঘৰলৈ অহা কেজন সৎ হ'লেও সমাজত সৎলোকৰ সংখ্যা বাঢ়ি যায়। কিন্তু সেইটো নহয়। তেওঁলোকে নিজৰ মঙ্গলৰ বাবেহে ঈশ্বৰক সেৱা কৰে। ঈশ্বৰে অকল তেওঁকহে যেন অকলে চাব লাগে। ঈশ্বৰ যেন ফিজ দিয়া ডাক্তৰহে ! যেন টিউশ্যন লোৱা ঘৰুৱা শিক্ষকহে ! বেথাৰামে মাজতে কেইদিনমান পুৰণা মন্দিৰ দুই এটালৈ যোৱাও আৰম্ভ কৰিছিল। কিন্তু মন্দিৰলৈ সুদা হাতেৰে উপাসনা কৰিবলৈ গ'লে কোনেও ঘূৰিকে নাচায়। তেওঁৰ উপস্থিতি পূজাৰীৰ যেন মূৰৰ কামোৰণি। অৱসৰ লোৱাৰ পাছত সমাজত ব্যস্ত মানুহবোৰে গা এৰাদি চলে। অৱসৰ পোৱা মানুহ কথা চহকী বুলি এটা বদনাম আছে। চাকৰিত থাকোতে কথা নক'লে মানুহে বেয়া পাইছিল আৰু অৱসৰ পোৱাৰ পাছত কথা বেছিকৈ ক'লে মানুহে বেয়া পায়। অৱসৰ পাবৰ দিনাই মানুহে কি বাহিৰে বাহিৰে গৈ আত্মহত্যা কৰিব ?

ভগবান, সমাজ, নিজৰ ঘৰখন এই আটাইবোৰৰ মাজত ক'তো অকণো শান্তি নাপাই বেথাৰাম শইকীয়া অলে-তলৈ, অনাই-বনাই ঘূৰি ফুৰিবলৈ ধৰিলে। তেওঁ যলৈকে যায়, য'তে উপস্থিত হয় ত'তে মাথো অশান্তি, উশৃঙ্খল আদিহে দেখিবলৈ পায়। ঘৰলৈ ঘূৰি আহি নিবোকা হৈ থাকে। অৱন্তী দেবীৰ লগতো যেন তেওঁৰ ইহ জনমৰ ক'ব লগীয়া আটাইবোৰ কথাই শেষ হৈ গৈছে। আচলতে তেওঁ এজন অস্থিৰতাত ভোগা কাম বন নোহোৱা মানুহ। স্ব-কল্পিত কিছুমান মানসিক যন্ত্ৰই তেওঁৰ মূৰটো খুলি খুলি খাইছে। সংসাৰৰ সকলো ভোগ-সুখ আকণ্ঠ পান কৰিও যেন কিবা এটা অভাৱৰ

তাড়নাত দিন নিয়াইছে। কিবা কাৰণত চিঠিৰ খামটো ওলট-পালট হৈ ৰব পুত্ৰই মাজু পুত্ৰলৈ লিখা চিঠিখন তেওঁৰ হাতত পৰা দিনৰে পৰা তেওঁৰ শৰীৰ আৰু মনৰ স্থিৰতা হেৰুৱাই পেলাইছিল। সুদূৰ বিদেশৰ পৰা আহিছিল সেই চিঠি। বেথাৰাম শইকীয়াই নিজৰ মনৰ ভাৰসাম্যতা ইমানেই হেৰুৱাই পেলাইছিল যে ভুলতে মাজু ভায়েকলৈ লিখা চিঠি দেউতাকৰ ঠিকনা লিখা খামৰ ভিতৰত সোমাই যেতিয়া তেওঁৰ হাতত পৰে তেতিয়া অতীতৰ নেদেখাকে ঘৰৰ কোনখিনি ঠাইত চিঠিখন থব তাৰে সন্ধানত ব্যস্ত আছিল। তাৰ পাছত কিছু সময় ভাবি চিঠিখন টুকুৰা-টুকুৰকৈ ফালি পেলাইছিল। কি লিখা আছিল সেই চিঠিখনত— কি সেই বিষ বাক্যবোৰ ?

মৰমৰ মাজু, আমাৰ সকলোৰে কৰ্মস্থলীত নিজা নিজা ঘৰ হ'ল । দেউতাৰ অবিহনে আমাৰ ঘৰটো বিক্ৰী কৰাই ভাল হ'ব । সৰুৱে মোৰ মতৰ লগত মত মিলাইছে। দেউতাৰ মৃত্যুৰ পাছত মাক মোৰ লগতে ৰাখিম বুলি ভাবিছো ।

এজন সুন্দৰ স্বাস্থ্যৰ অধিকাৰী বুঢ়া দেউতাকে পুত্ৰৰ এনে মনোভাৱ কোনোবা পিতৃয়ে সহ্য কৰিব পাৰে বুলি বেথাৰামৰ মনে নধৰে । পিতৃৰ বাবে, পুত্ৰৰ ই এক মৰ্মান্তিক পৰিকল্পনা। পৰিকল্পনাই যেনো মানুহক আগন্তুক কামৰ পৰিপাটি শিকায়। কিন্তু ই কেনে ধৰণৰ পৰিকল্পনা? এই ঘৰ-দুৱাৰ, মাটি-সম্পত্তিতো সিহঁতৰ নহয়। সিহঁতৰ বুলি কিয় ভাবি ল'লে? ই কি বাঘ নমৰোতেই চাল কাঢ়াৰ দৰে কথা ?

বেথাৰাম শইকীয়া এক মানসিক অশান্তিত ঘূৰি ফুৰিছে। এনেদৰে ঘূৰি ফুৰোতে তেওঁ এদিন চহৰখনৰ আনটো মূৰৰ উপকণ্ঠত উপস্থিত হ'লগৈ। আৱৰ্ণিৰ মাজেৰে কিছুদূৰ সোমাই গৈ ৰাস্তাটোৰ কালভাৰ্ট এখনৰ গাৰ্ড ৱালৰ ওপৰতে বহি পৰিল। ব্ৰহ্মপুত্ৰ নৈখন ইমান ওচৰতে আছে বুলি তেওঁ ভবা নাছিল। আৱৰ্ণিৰ ফাকেৰে তেওঁ নৈ খনৰ বালিচৰবোৰ দেখিলে। মুক্ত আনন্দ মনে পানী-খুঁৰলিত বনৰীয়া চৰাইবোৰে গা ধুইছে। ইহঁতে কাকো ভয়বা কৰি নচলে। অথচ মানুহ ইমান বুদ্ধিমান হৈও ইজনে সিজনৰ ওচৰত কিবা নহয় কিবা কথাত ভয়বাব পায়। তেওঁ নৈখনলৈ চাই থাকোতে কেতিয়া যে সন্ধ্যা লাগি আহিল কবই নোৱাৰিলে। তেওঁৰ এনে অনুমান হ'ল যেন সম্পূৰ্ণ অচিনাকি ঠাই এডোখৰৰ মাজত তেওঁ বহি আছে। নিশা গভীৰ হৈ অহাৰ লগে লগে তেওঁ ভোক পিয়াহত আতুৰ হৈ পৰিল। কালভাৰ্টখনৰ

কাষৰ গার্ড ওৱালখনতে তেওঁ শুই পৰিল। ওৱালখন এখন বেঞ্চৰ দৰে মিহি। কিন্তু পকাৰ ওপৰত মূৰটোৱে কষ্ট পাইছে। কোনোবাই বাদাম, চানাচুৰ খাই এই নিৰিবিলি ঠাইখনত পেলাই যোৱা খবৰৰ কাগজৰ টুকুৰাবোৰ বুটলি মূৰটোৰ তলতে দি ল'লে। ভৰি দুখন দীঘলকৈ টানি দিলে। তেওঁক এক অসহ্য ভাগৰে হেঁচি ধৰিলে আৰু তেনেদৰেই টোপনি গ'ল।

পিছদিনাখন ৰাতিপুৱা অৱন্তীৰ হাহাকাৰ লাগিল। পুতেক জীয়ৰীহঁতক খবৰ দিয়ালে। সকলো মিলি আলচ কৰিলে। বহুতে বহু কথা ক'লেও অৱন্তীয়ে তেওঁৰ স্বামী বেথাৰাম শইকীয়াই আত্মহত্যা কৰা বুলি মুঠেও পতিয়ন যাব নোৱাৰিলে। কাৰণ খবৰ কাগজত আত্মহত্যাৰ খবৰ পঢ়ি বেথাৰামে কেবা দিনো নিজে নিজে কৈছে ঃ "এইবোৰ মহাপাপী। এইবোৰ কাপুৰুষ"। গতিকে শ্ৰীমতী অৱন্তী দেৱীয়ে বেথাৰামে আত্মহত্যা কৰা বুলি ভবা নাই। চাৰিওফালে বিচাৰ-খোঁচাৰ লাগিল। ওচৰ সম্বন্ধীয়, দূৰ সম্বন্ধীয় যিমানবোৰ ইষ্ট-কুটুম্ব আছিল কাৰো ঘৰ বাদ নপৰিল। কিয়নো অৱসৰ লোৱা মানুহে ইষ্ট-কুটুম্ব ঘৰকে বিচাৰে। গোটেই চাকৰি জীৱনটো কাৰো লগত ঘনিষ্ঠ নথকা মানুহেও চাকৰিৰ পৰা অৱসৰ পোৱাৰ পিছত সম্বন্ধৰ গাঁহনা লৈ বুকুৰ কুটুম বিচাৰি উলিয়ায়। অৱশ্যে নিজতকৈ কম স্বাচ্ছন্দ্য আৰু দুখীয়াবোৰৰ ঘৰলৈকে যাবলৈ বেছি ভাল পায় । আনৰ দুখ দেখি পতিয়ন যোৱাৰ ইচ্ছা সকলো ধনীলোকৰে আছে। সকলো ফালৰ পৰা খবৰ আহিল, কিন্তু বেথাৰামৰ কোনো শুসূত্ৰ পোৱা নগ'ল । বাতৰি কাকত, টিভিত ফটো প্ৰকাশ কৰি পুৰস্কাৰ যাচিও কোনো কামত নাহিল। ইতিমধ্যে নিজ নিজ স্থানৰপৰা পিতৃগৃহত উপস্থিত হোৱা পুত্ৰ-পুত্ৰীহঁতেও সকলো আশা ত্যাগ কৰি ঘৰতে বহি থাকিল। কোনো কোনোৱে আহি আশ্বাস দিলে বোলে এইটো বয়সত তীৰ্থ ভ্ৰমণ কৰিবলৈও যাব পাৰে। অৱন্তীয়ে সেই কথাও মানি লবলৈ টান পালে।

[ ঘ]

বেথাৰাম শইকীয়া নোহোৱা হোৱা কথাটো অহকালে-পহকালে এসময়ৰ নলে-গলে লগা বন্ধু গোলেশ্বৰ ভড়ালীৰ কাণত পৰিল । তেওঁ বেথাৰাম শইকীয়াৰ মন ভালদৰে চিনি পায়। সেয়ে বেথাৰামৰ নিৰুদ্দেশত তেওঁ নিজেই চিন্তিত হৈ পৰিল। গোন প্ৰথমতে তেওঁ চহৰখনৰ আৰু ইয়াৰ উপকণ্ঠত

থকা আৰক্ষী চকীবোৰত নিজে গৈ অনুসন্ধান কৰিবলৈ ধৰিলে। তেওঁ কিন্তু ক'তো একো  শুংসূত্ৰ নাপালে। গোপেশ্বৰে বিচাৰি থকাৰ উমান বেথাৰামৰ আত্মীয়-স্বজন  নাইবা বেথাৰামৰ ঘৰতো নিদিলে। অনাই-বনাই  ঘূৰি-ফুৰি গোপেশ্বৰে এদিন চহৰ এৰি ভালেখিনি দূৰ আওৰাই গ'ল। উদ্দেশ্য নৈৰ পাৰৰ নিৰ্জন ঠাইখিনি এবাৰ ভালদৰে চোৱা। আন চিন চাব নাথাকিলেও বেথাৰামে যদি সচাঁকৈয়ে আত্মহত্যা কৰিছে আৰু  সেই কাৰ্য্যৰ বাবে যদি সেইখিনি ঠাইকেই বাছি লৈছে তেনেহ'লে হয়তো নৈৰ চাকনৈয়া পৰা গৰাৰ শিলটোত তেওঁৰ চেণ্ডেলযোৰ বা কাপোৰ-কানিকে কিবা পাব পাৰে। পিছে গোপেশ্বৰৰ এই প্ৰচেষ্টাও বিফল হ'ল। তেওঁ তাৰ পৰা অলপ দূৰ ওভতি আহিয়েই সান্ধ্য বিহাৰৰ বাবে যোৱা ডেকা দুজনমানে কথা-বাৰ্তা পতা শুনিবলৈ পালে যে সৌ কালভাৰ্টখনৰ গাৰ্ড ওৱালৰ ওপৰতে শুই থকা অৱস্থাত আজি তিনিদিন আগতে ভদ্ৰলোক এজন মৰি আছিল। পুলিচে মেতৰৰ হতুৱাই মৃত দেহাটো পোষ্টমৰ্টেম কৰি ভূতনাথ শ্মশানত পুতি থৈছে। গোপেশ্বৰে কথাষাৰ মন দি শুনি ওচৰৰ  পুলিচ বিট অফিচৰ ভাৰপ্ৰাপ্ত বিষয়াৰ কাষ চাপিল।  মনতে স্বস্থিৰ নিশ্বাস পেলালে। অন্ততঃ ঘটনাৰ আঁত ধৰিবৰ কিবা এটা উপায় পাইছে।  তেওঁ অতি সংগোপনে ভাৰপ্ৰাপ্ত বিষয়াৰ লগত আলোচনাত বহিল।  ভাৰপ্ৰাপ্ত বিষয়াই ক'লে বোলে তেনে এজন মানুহ  মৃত অৱস্থাত জঙ্গলৰ মাজেৰে যোৱা পকী ৰাস্তাটোৰ কালভাৰ্টৰ ওপৰতে পোৱা গৈছিল। সেইটো  কিন্তু মাৰ্ডাৰ কেচ যেন নালাগে।  তেওঁৰ ফটোও তোলা হৈছে। এই ৰচিদখন লৈ যাওক আৰু চকবজাৰত থকা ৰামধনু ষ্টুডিঅ'ৰ পৰা ফটোখন আনি চাই লওক। সেইটো মৃতদেহ  আপুনি  বিচৰাজন  নহ'লে মোক নিগেটিভৰ সৈতে ফটো কপি  তিনিটা দি যাবহি  ।  থানাত আমাৰ দৰ্কাৰ হ'ব পাৰে।  ভাৰপ্ৰাপ্ত বিষয়াই পইচা দিব খুজিছিল যদিও গোপেশ্বৰে নললে। গোপেশ্বৰ অড়ালী বেগাবেগিকৈ ৰামধনু ষ্টুডিঅ' বিচাৰি আগবাঢ়িল। চহৰ বজাৰত ষ্টুডিঅ'টো বিচাৰি উলিওৱাত অসুবিধা নহ'ল।  ষ্টুডিঅ'ত ৰচিদখন দিয়া মাত্ৰকে ফটো তিনিখন নিগেটিভৰ সৈতে গোপেশ্বৰৰ হাতত পৰিল। গোপেশ্বৰৰ মূৰটো আচন্দ্ৰাই কৰিবলৈ ধৰিলে। ইমান সা-সম্পত্তি, ল'ৰা-ছোৱালী জীয়ৰীৰে সৈতে ভৰা ঘৰ এখন থাকিও মানুহজন ভিকাৰীৰ বেশত মৰিব লগীয়া হ'ল।  হায় অদৃষ্ট ! গোপেশ্বৰ ষ্টুডিঅ'ৰ সমুখতে থকা বেঞ্চখনত বহি বাগৰি পৰিল।  ষ্টুডিঅ'ৰ মালিক আৰু ওচৰতে থকা মানুহ কেইজনমানে

আথে-বেথে গোপেশ্বৰক তুলি মুৰত তেল -পানী দি বিচনিৰে বিচিবলৈ ধৰিলে। কিছু সময় বেঞ্চখনতে শুই থাকি গোপেশ্বৰ টোপনিৰ জালত সাৰ পোৱা মানুহৰ দৰে উঠি বহিল।

ছাঁ-পোহৰৰ লুঙলুঙীয়া বাটেৰে গতি কৰা মানুহৰ জীৱনটোৱে যেতিয়া সম্পূৰ্ণ পোহৰেৰে সৈতে বহল আলিবাট পায়, মানুহ বোধহয় তেতিয়াই মায়া এৰি গুচি যাবৰ সময় হয়—মৃত্যু হয়। কৰ্ম্ম ব্যস্ততাত যমেও আসৈ নাপায়। জিৱণিত যম আহে।

ঃ অলপ ভাল পাইছেনে ? মানুহজন আপোনাৰ কোনোবা আত্মীয়?
— ষ্টুডিঅ'ৰ মালিকে গোপেশ্বৰৰ কাষতে বহি সুধিলে। গোপেশ্বৰে সাধাৰণভাৱে মূৰটো জোকাৰিলে।

ষ্টুডিঅ'লৈ ফটো তুলিবলৈ অহা মানুহ আৰু কোনো এটা নিৰ্দ্দিষ্ট দিনত সেই ফটো নিবলৈ অহা গ্ৰাহকৰ ব্যগ্ৰতা আৰু উৎফুল্ল হৈ হাঁহি হাঁহি ষ্টুডিঅ'ৰ ভিতৰলৈ সোমাই অহাটোকে ষ্টুডিঅ'ৰ মালিকে সদাই দেখি আহিছে। গ্ৰাহকে ফটো একোখন চাই চাই, লিৰিকি-বিদাৰি কিমান যে তেওঁক প্ৰশংসা কৰিছে তাৰ আদি অন্ত নাই। উৎসাহতে কিমানে যে এনলাৰ্জ কৰিবলৈ দিয়ে ? কিমানে যে আকৌ এখন ফটো তোলাৰ হেপাহ সামৰিব নোৱাৰে? অথচ আজি যিজন মানুহে ফটো নিবলৈ আহিছে তেওঁ নিজেই ফটো দেখি মূৰ ঘূৰাই পৰিছে।

গোপেশ্বৰ ভড়ালী লাহে লাহে থিয় হ'ল। ষ্টুডিঅ'ৰ মালিকক পইচা দি, নমস্কাৰ জনাই ৰাজ আলিত খোজ দিলে। তেওঁ পুনৰ ভাৰপ্ৰাপ্ত আৰক্ষী গৰাকীক অফিচতে লগ ধৰিলে। মৰাশৰ শেষ কৃত্যৰ আদ্যোপান্ত বিৱৰি শুনিলে। ইয়াৰ পিছত কাকো মাতবোল নকৰাকৈ লাহে লাহে তেওঁ খোজ আগবঢ়ালে। কিছুদূৰ গৈ চিটিবাছত উঠিল আৰু ভূতনাথৰ ওচৰতে নামি নৈৰ পাৰত থকা শ্মশানখনলৈ আগবাঢ়িল। তেওঁ শ্মশানখনৰ সোমাজতে থিয় হৈ চাৰিওফালে এবাৰ চালে। পিন্ধি থকা পায়জামাটো কোঁচাই ল'লে আৰু পাঞ্জাবী চোলাটোৰ হাত দুখনো কোঁচাই ল'লে। তেওঁ লাহে লাহে ইটো কবৰৰ পৰা সিটো কবৰৰ পিনে আগবাঢ়িল। পিট্ পিট্ পাত্ত পাত্তকৈ নিৰীক্ষণ কৰিবলৈ ধৰিলে। অৱশেষত শ্মশানখনৰ চুকৰ পিনে থকা এটা নতুন কবৰৰ ওচৰত তেওঁ থৰ হৈ গ'ল। মৰাশটো মেতৰ কেইজনে পুলিচৰ তত্ত্বাৱধানত এহাতমান দ গাঁত খান্দি পুতি থৈছে। ভৱিৰ

আঙুলি দুটা ওলাই আছে। ভৰিৰ বুঢ়া আঙুলিটো গোপেশ্বৰে যেন চিনি পালে। তেওঁ কবৰটোৰ কাষতে বহি পৰিল। চকুৰ পানীবোৰ সৰসৰকৈ দুগালেদি বৈ আহিল। মৃতকৰ ভৰিৰ কাষৰ মাটি অকণ হাতেৰে খান্দি কিবা এটা নিচিন্ত ভাবত আকৌ, মাটিখিনি সৰু গাঁতটোত জাপি দিলে। তেওঁ লাহে লাহে থিয় হ'ল। ওপৰৰ জেপত তিনি কুইন্টল খৰিৰ দাম আৰু ঘি এপোবাৰ দাম হিচাপ কৰি নোট কেইখন লেখি চালে। তেওঁ শ্মশানখনৰ পৰা ওলাই আহিল। কিছুদূৰ আহি ঠেলা এখনত খৰি বোজাই কৰি লৈ গ'ল। শ্মশানৰ চকীদাৰৰ লগত কিবা গোপন কথা পাতিলে আৰু চকীদাৰৰ হতুৱাই ঘিউ এপোৱা আনিলে। চকীদাৰক মদৰ বটল এটাৰ দাম দি ক'লে,— দাহ কৰিব খোজা মৃতকৰ কথা যাতে কাকো কোৱা নহয়। চকীদাৰৰ হতুৱাই গাঁত এটা খন্দালে।

গোপেশ্বৰে যেতিয়া শ্মশানত চিতাখন সজায়, তেতিয়া সন্ধিয়া লাগি ভাগি গৈছে। নিশা শ্মশানত অকলে থকাটো কি যে ভয়ঙ্কৰ। শ্মশানখনৰ আনটো মূৰত এটা বিজুলীবাতি জ্বলি আছে। শ্মশানৰ আনটো মূৰ প্ৰায় এন্ধাৰতে ডুব যোৱা। শ্মশানৰ চকীদাৰে কথা গম্ভীৰ বুলি ধৰিলে গোপেশ্বৰক খৰখেদা কৰিবলৈ কাবৌ কৰিছে। কিয়নো আন মৰাশ আহি পালে সকলো গুমৰ ফাঁক হৈ যাব। তেতিয়া কোন কেতিয়া জেললৈ যাবলগীয়া হয় ঠিকনা নাই। সেয়ে চকীদাৰেও গোপেশ্বৰক সহায় কৰিছে।

চিতাখন সজা হ'লত কবৰটো খান্দি গোপেশ্বৰে বেথাৰাম শইকীয়াৰ পচিব ধৰা মৃত দেহটো আলফুলে উলিয়াই আনিলে। মূৰ আৰু ভৰিৰ ফালে বখলা বখল এৰাই গৈছে। মেতৰ কেইজনে চাগে মৰাশটো গাঁতত পেলাওঁতে চোচোৰাই আনিছিল। মৃত দেহৰ গাত লাগি থকা কাপোৰ কানিখিনি টানি আজুৰি পেলাই দিলে। মৰাশৰ দুৰ্গন্ধটো গোপেশ্বৰৰ অসহ্যভাবে আপোন যেন লাগিল। পাঁচোটাকৈ ল'ৰা-ছোৱালী জন্ম দি মানুহ কৰা বেথাৰাম শইকীয়াৰ গেলা মৃতদেহটো দুহাতে সাৱটি ধৰি চকীদাৰৰ সহায়ত চিতাত তুলি দিলে। তেওঁ চিতাখনত মৃতকক উবুৰি খুৱাই সুন্দৰ ভাবে শুৱাই দিলে। যেন মৃতদেহটোৱে "কষ্ট পোৱাটো" তেওঁ সহ্য কৰিব নোৱাৰে। এইখিনি সময়ত গোপেশ্বৰে যে কেনেদৰে বাৰ- হাতীৰ বল পালে নিজেই ক'ব নোৱাৰিলে। চকীদাৰে সাজু কৰি থোৱা জ্বলা জুইৰ জুমুঠিটো গোপেশ্বৰৰ হাতত দিলে। গোপেশ্বৰে জুমুঠিৰ জুইকুৰা চিতাখনৰ তলতে থকা গাঁতটোত

সুমুৰাই দি ঘিৰ বটলৰ পৰা ঘিবোৰ চিতাৰ ওপৰত ঢালি দিলে।

দপদপকৈ চিতৰ জুই জ্বলি উঠিল।

গোপেশ্বৰে দুয়োখন হাত ওপৰলৈ তুলি উৰ্দ্ধবাহু হৈ জুইকুৰা চাই থাকিল।

হায় মানুহ!

হায় জীৱন!!

আচলতে জীয়াই থকা অৱস্থাত আমাৰ শৰীৰত যে এটা প্ৰাণ আছে তাক দিনটোৰ ভিতৰত খুউব কম সময়তহে উপলব্ধি কৰো। মৃত্যুৰ দিনাখনহে আনে গম পায় মৃতকৰ শৰীৰত এটা প্ৰাণ নামৰ শক্তিয়ে কাম কৰি আছিল। আনকি বহু সময়ত আমি জীয়া মানুহ এজনক "মৰিবি" বুলি কৈ আনন্দ লাভ কৰো। হাঁহিত বাগৰি যাওঁ।

গোপেশ্বৰে উৰ্দ্ধবাহু হৈ চাই থাকোতেই দপ্দপ্কৈ জ্বলি উঠা জুইশিখাবোৰ এটা সময়ত নিষ্প্ৰভ হ'বলৈ ধৰিলে। বাঁহৰ চুঙা এটাৰ ভিতৰত বেথাৰামৰ অস্থিৰ টুকুৰা সুমুৱাই থলে। চকীদাৰে জুইৰ শিখাবোৰত বাঁহ এডালেৰে কোবাই থাকোতেই গোপেশ্বৰ নৈৰ গৰালৈ নামি গ'ল। গভীৰ নিশা সম্পূৰ্ণ বিবস্ত্ৰ হৈ তেওঁ নদীত স্নান কৰিলে। নৈৰ গৰাত, বালিৰ ওপৰত সোলোকাই থৈ যোৱা পাঞ্জাবী চোলা আৰু পায়জামাটো পৰিধান কৰি তেওঁ কিছুদূৰ আগবাঢ়িল। লগত আছে অস্থি ভৰোৱা সেই বাঁহৰ চুঙাটো।

পকী ৰাস্তাটো পাৰ হৈ তেওঁ ৰেলৰ লাইনত ভৰি দিলে আৰু উজনিত থকা ৰেলষ্টেচনৰ ফালে খোজ ল'লে। খোজ কাঢ়ি কাঢ়ি তেওঁ যেতিয়া ষ্টেচন পায়গৈ তেতিয়া প্ৰায় ৰাতি পুৱাও পুৱাও হৈছে। মানুহজন ভাগৰত অলস হৈ গৈছে। ৰাতি পুৱালেই কিবা অলপ খাই ল'ব। তাৰ পিছত এটা ৰেলৰ টিকট কিনিব। তাৰ পিছত আগদিনা ফুলিঅ'ৰ পৰা ওলাই আহোতে সেই যে পোষ্ট অফিচত চিঠিৰ খাম এটা কিনিছিল তাত বেথাৰামৰ মৃত দেহাটোৰ ফটোখন ভৰাব। ফটোৰ পাছফালে মৃত্যুৰ তাৰিখ আৰু "স্বাভাৱিক মৃত্যু" বুলি লিখিব। খামটোৰ ওপৰত অৱন্তী দেৱীৰ ঠিকনা লিখিব আৰু ওচৰতে থকা পোষ্টবক্সত চিঠিখন সুমুৱাই দিব। এইখিনি কৰি আঁতোৱালৈকে নামনিমুৱা ৰেল গাড়ীখন এইখিনি পাবহি। তাৰ পিছত ৰেলত উঠি তেওঁ বিশ্ৰাম ল'ব— যেতিয়ালৈকে তেওঁ গঙ্গা নদীৰ পাৰ নাপায়।

[৬]

তিনিদিনৰ মূৰত চিঠি আৰু ফটো পাই অৱন্তী দেৱী মূৰ্চ্ছা গ'ল। তাতে

আকৌ অৱন্তী দেৱীয়ে এইকেইদিন মুখত একো এটা দিয়া নাছিল। অৱন্তী দেৱীৰ ভাগ্যত এনে এটা খবৰ যি কোনো মুহূৰ্ত্তে আহিব পাৰে বুলি ভাবি মনে মনে শৰীৰৰ ভিতৰত এটা কঁপনিও উঠি আছিল। অৱশেষত সেয়ে হ'লগৈ। কিন্তু এই খামটো কোনে কি উদ্দেশ্যৰে পোষ্ট কৰি পঠিয়ালে তাৰ উমান ল'বলৈ পুতেক বোৱাৰীয়েকহঁতে সিমান উৎকণ্ঠা অনুভৱ নকৰিলে। নিয়ম মাফিক এখন এজাহাৰ দিব লাগে দিব। কেচ হ'লে কোৰ্ট কেচাৰীলৈ কোনে দৌৰি থাকিব? দূৰে দূৰে থকা পুতেকহঁতৰ বাবে সেইটো সম্ভৱ নহ'ব বুলিয়ে ধৰি ল'লে। তদুপৰি কষ্ট আৰু টকা-পইচা খৰচ হোৱাৰ বাহিৰে সিঁহতৰ 'মৰমৰ' দেউতাকক জানো ওভতাই পাব?

গাটো কিছু ভাল পাই অৱন্তী দেৱীয়ে ঘৰৰ চুকত চকুপানী মচিলে। ল'ৰাহঁতে বজাৰৰ আটাইতকৈ দামী কাৰ্ডত শ্ৰাদ্ধৰ নিমন্ত্ৰণী পত্ৰ ছপোৱাৰ কথা আলোচনা কৰিলে। মাজু পুতেক নিমন্ত্ৰণ কৰিব লগীয়া মানুহৰ লিষ্ট তৈয়াৰ কৰোতে ব্যস্ত। সৰুটো পুতেকে মাকৰ পৰা চাবি খুজি নি টকা পইচা ক'ত কি জমা আছে — সেইবোৰ খোঁচৰাতে ব্যস্ত। বোৱাৰীহঁতে শ্ৰাদ্ধ ভোজ আদিৰ বাবে তালিকা মাছ-মাংস, মিঠাই ক'ৰ ক'ৰ পৰা আনিব পৰা যাব তাকে জোঁৱাই দুজনৰ লগত আলোচনাত ব্যস্ত। মুঠতে বেথাৰাম শইকীয়াৰ যে মৃত্যু হৈছে সেই খবৰটো পাবৰ বাবেহে যেন অৱন্তী দেৱীৰ প্ৰকাণ্ড ঘৰটোৰ বেৰবোৰ, খুঁটাবোৰ আনন্দত মতলীয়া হ'বলৈ বাট চাই আছে। সকলো শুচি হ'বৰ বাবে কাম যেন এতিয়াহে বাঢ়িল। গভীৰ দায়িত্বৰ কাম। বিদেশৰ পৰা আহি পোৱা ডাঙৰ ককায়েকে বোলে — মৰা অশৌচ এঘাৰ দিনতে শেষ কৰিব লাগিব। মই বেছি দিন ছুটী লৈ থাকিব নোৱাৰিম। শ্ৰাদ্ধ আমাৰ মতেহে হ'ব, কুল পুৰোহিতৰ মতে নহয়। দেউতাই আমাক বৰ কষ্ট কৰি পঢ়ুৱাইছিল। শ্ৰাদ্ধত দান দিবৰ বাবে মেট্ৰেচ, চানমাইকা লগোৱা পালেং, গড্ৰেজ ষ্টীল আলমিৰা আদি দিব লাগিব। ছাতিৰ সলনি আমি বেইন কোট দিম। গাই দামুৰিৰ সলনি দিম ম'হ। মুঠতে দেউতাই জীৱন্ত কালত যি নাপালে — এতিয়া আমি সেইবোৰ দিম। মানুহক খুৱাওতে কলপাত দোপাৰে নহ'ব— বজাৰত আজি কালি ধুনীয়া ধুনীয়া সোণালী ৰূপালী বঙৰ প্লেট ওলাইছে, গিলাচ ওলাইছে। সেইবোৰহে ব্যৱহাৰ কৰিব লাগে। কথা মতেই কাম। এদিনাখন বৃহৎ বঙ-চঙীয়া বভাৰ তলত এসময়ৰ মিউনিচিপালিটিৰ মহৰী বেথাৰাম শইকীয়াৰ শ্ৰাদ্ধ আৰম্ভ

হ'ল। আৰু শ্ৰাদ্ধ প্ৰায় শেষ হওঁতে অৱন্তী দেৱীৰ পুতেক, বোৱাৰীয়েক তিনিহাল, জী-জোঁৱাই দুহাল আৰু প্ৰায় দহোটামান নাতি-পুতিৰে সৈতে একেলগে মৃতকৰ পিণ্ডত সেৱা কৰি উঠোতেই সেই অমঙ্গলীয়া মানুহজন আহি হাজিৰ হ'লহি। মানুহজনেও সেৱা জনাই যাব ধৰোতেই অৱন্তী দেৱীয়ে মাত দিলে , — "মই আপোনাক চিনি পাইছো। আপুনি এনেদৰে গুচি গৈ মোৰ সন্তান-সন্ততিহঁতৰ অমঙ্গল মাতি নানিব।"

[চ]

গোপেশ্বৰ ভড়ালীয়ে বন্ধুৰ অস্থি গঙ্গাত সৎকাৰ কৰি আহি শ্ৰাদ্ধ বিধি দেখা পাই এটাই সন্তুষ্টি লভিলে যে অৱন্তীয়ে অন্ততঃ তেওঁ পোষ্ট কৰি থৈ যোৱা খামটো আৰু তাৰ ভিতৰত থকা মৃতকৰ ফটোখনো পাইছে, আৰু বেথাৰামৰ মৃত্যু হোৱা বুলি এটা সিদ্ধান্তত উপনীত হৈছে।

অৱন্তী দেৱীৰ বাক্যবাণত শীৰ্ণ মানুহ গোপেশ্বৰ ভড়ালী লাহে লাহে আহি প্ৰকাণ্ড আঁহত জোপাৰ মাটিৰ ওপৰত ওলাই থকা ডাঙৰ শিপা ডালতে বহি পৰিল। মানুহজনৰ উপস্থিতি অৱশ্যে আন কাৰোৱেই তেনেদৰে চকুত নপৰিল। অৱন্তী দেৱীৰ পুতেক-বোৱাৰী আৰু জী-জোঁৱাইহঁত তেতিয়া আমন্ত্ৰিত অভ্যাগত সকলৰ সোধ-পোছ কৰোতে ব্যস্ত।

শ্ৰাদ্ধৰ ঠাইখিনি সুন্দৰ ভাবে চাফা কৰি অৱন্তীয়ে হাত মুখ ধুই গোপেশ্বৰক ঘৰৰ ভিতৰলৈ মাতি লৈ গ'ল। তেওঁকো ভৰি-হাত ধুবলৈ দি এটি নিৰ্জ্জন কোঠাৰ এখন পালেঙত বিশ্ৰাম ল'বলৈ দিলে। তেওঁৰ খোৱা খাদ্য কমতে আনি দিয়া হ'ল। সেই সময়লৈকে অৱন্তী নাইবা গোপেশ্বৰৰ মাজত কোনো কথা-বাৰ্ত্তা পতা নহ'ল। কাৰণ গোপেশ্বৰ ভড়ালীতো সাধাৰণ আলহী নহয় যে "ভালনে" ? "কেতিয়া আহিল"? এনেবোৰ সৌজন্যসূচক আচৰণ কৰিলেই শেষ হ'ব ?

বিছনাখন পাইহে গোপেশ্বৰ ভড়ালীৰ যেন সমস্ত ভাগৰে হেঁচি ধৰিলেহি। নিশালৈ একো নাখাম বুলিয়ে গোপেশ্বৰে নিজকে নিজে কৈছিল যদিও অৱন্তী দেৱীয়ে সেই কথা সুন্দৰ ভাবে শুনিছিল।

নিশা শ্ৰাদ্ধৰ আলহী অতিথিবোৰ যোৱাৰ পিছত অৱন্তী দেৱীয়ে নিজৰ বিছনাৰ আঠুৱাখন আনি গোপেশ্বৰ শুই থকা কমটোত সোমাল। কাৰণ মানুহ বেছি হোৱা বাবে এনেয়েও আঠুৱাৰ নাটনি হৈছিল। অৱন্তীয়ে লাইটৰ

চুইচটো অন্‌কৰি দেখিলে — গোপেশ্বৰ গভীৰ নিদ্ৰাত। অৱন্তী দেবীয়ে আঠুৰাখন তৰি দি আঁঠুৰাৰ লোচবোৰ তুলীৰ কাষে কাষে খুঁহি দিলে। তাৰ পিছত লাইটৰ চুইচ্ অফ্ কৰি দৰজাখন এনেয়ে জপাই ওলাই আহিল। আৰু তেতিয়াহে যেন ঘৰৰ আটায়ে গম পালে যে তেওঁলোকৰ ঘৰত এজন বাতিৰ আলহী আছেহি। ঘৰখনৰ সাধাৰণ হুলস্থুলৰ মাজতে এবাৰ বৰপুত্ৰই সুধিছিল :

: আলহীজন কোন্ অ'মা ?

: কেলেই ? পাহৰিলি হবলা ? তইঁত সৰু থাকোতে যে সকলো প্ৰকাৰে দেউতাৰাক সহায় কৰিছিল, সেই ভড়ালী খুড়া ? তেওঁ দেউতাৰাৰ বন্ধু নাছিল জানো ?

: কিন্তু তেওঁকতো আমি নিমন্ত্ৰণ কৰিবলৈ পাহৰিলো ?

: কাৰণ তইঁত "বৰ্ত্তমানক" লৈ মতলীয়া। অতীতক মনত পেলাবলৈ তইঁতে খুবেই টান পাব। নহ'লেনো আজি শ্ৰাদ্ধত নিমন্ত্ৰণ কৰা হালে হালে মানুহবোৰক মই কোন দিনা দেখিছিলো ?

আৰু বেছি দূৰলৈ গ'লে মাকে কান্দি দিব পাৰে বুলি বৰপুতেক মনে মনে থাকিল। এক গহীন নিস্তব্ধতাই ঘৰটোক যেন গিলি পেলালে।

বাতিপুৱা বহু দেৰিলৈকে গোপেশ্বৰ নুঠা বাবে অৱন্তী দেবী লাহে লাহে দুৱাৰখন খুলি ৰূমটোৰ ভিতৰত সোমাল। তেওঁ অতি সন্তৰ্পণে আঁঠুৰাখন খুলি সামৰি থলে। কালি নিশা মানুহজনক সলাবলৈ ধুতী এখনো দিয়া, নহ'ল বুলি নিজৰে বৰ দোষী দোষী লাগিল। সেই মলিয়ন পায়জামা-পাঞ্জাবী চোলাটোৰে মানুহজন শুই আছে। গাত ধৰি জোকাৰি উঠাবলৈ মন যোৱা নাই। তেওঁ মূৰ শিতানৰ পিনে কিছু সময় থিয় হৈ থাকি গোপেশ্বৰৰ কপালত হাত থলে। মানুহজনৰ জ্বৰ উঠিছে। গোপেশ্বৰে নিৰুপায় ভাবে চকু দুটা মেলি দিলে। অৱন্তী দেবীয়ে হাতখন আঁতৰাই আনি গোপেশ্বৰৰ চকুৰে চকুৰে চাই থাকিল।

[ছ]

আজি জী-জোঁৱাইহঁত নিজ নিজ কৰ্ম্ম থলীলৈ যোৱাৰ কথা। ঘৰখনত সকলোৰে টালি-টোপালি বন্ধাৰ হৈ চৈ। নবৌৱেকহঁতে মুখ টিপি হাঁহি হাঁহি ননদ বেইজনীক আৰু দুলিন থাকি যোৱাৰ বাবে খাটনি ধৰিছে। আজলতে

সিহঁত যিমান সোনকালে পাৰে যোৱাটোকে মনে মনে কামনা কৰিছে। সিহঁত থকা বাবে এই কেদিন জাঁ কেইজনীয়ে মুখ খুলি মনৰ কথা পাতিব পৰা নাই। ঘৰখনত এই কেইদিন কেৱল কোনজনীৰ ল'ৰা-ছোৱালীয়ে গান গাওঁতে, খেলোতে কোনে কিমান প্ৰাইজ পাইছে তাৰ গল্প কৰোতেই গ'ল। ইংৰাজী গানৰ অবিকল সুৰ দিয়া, কোনজনী অভিনেত্ৰীয়ে কিমান কম কাপোৰ পিন্ধে, কোনে কাৰ প্ৰেমত পৰিছে, কাৰ ঘৰত কেইটা 'চিক্ৰেত' ভি চি পি কেচেট মাকে লুকুৱাই থৈছে সেইবোৰ সিহঁতৰ মুখে মুখে। ভাত খোৱাৰ আগতে কাৰ দেউতাকে মাকক ৰঙা ৰঙা ঔষধ খুৱাই দিয়ে, কাৰ ঘৰৰ কাপবোৰ্ডৰ তলৰ খলপত থকা টকাৰ বান্দিলত উঁয়ে কুটিলে সেইবোৰ আলোচনা কৰাৰো শেষ নাই নাইবা সেই আলোচনাত ভাগ লৈ মাক-বাপেকহঁতে হাঁহি হাঁহি বাগৰি পৰাৰো শেষ নাই। গতিকে আজি ননদ-জোঁৱাইহঁতৰ অনুপস্থিতিত নিশ্চয় আলোচনাৰ বিষয় বস্তুৱে সুৰ সলাব। এনে এটা ক্ষণৰ বাবেই যেন বোৱাৰীহঁতে অপেক্ষা কৰি আছিল। মাজুজনী বোৱাৰী বুৰঞ্জীত এম,এ। তাই আকৌ মানুহক দেখুৱাই গিৰিয়েকক কটু কথা কৈ ভাল পায়।

:কালি নিশা কি হ'ল জানেনে বাইদেউ ? টিঙ্কুৱে ভাত খাই উঠি বাৰ বজালৈকে সেই যে চিনেমা আলোচনীখন গাৰুৰ তলত আছিল , সেইখন হাতত লৈ নুশুৱেহে নুশুৱে। বাপেকে কেইবাৰ ধমকি দিলে । নাই পুত্ৰৰ মৌজ লাগি গৈছে,— পঢ়াৰ কোব চৰিছেহে। সিটোৱে আকৌ উৰু-কৰঙন খজুৱাই খজুৱাই পাকে পাকে মোৰ ওচৰলৈ আহে হে আহে। মই বোলো শ্ৰাদ্ধ বুলি এই কেদিন শৰীৰৰ গাঁঠিয়ে গাঁঠিয়ে বিষ। ভৰি হাতবোৰ টনটনাইছে। ঘৰৰ ভিতৰতে যিমান খোজ কাঢ়িলো, বাট বুলি গ'লে বোমডিলা পালোগৈহেঁতেন। শুই থাকক। নাই ক'ত শুনিব ? একমান বজাত পুত্ৰ শোৱাৰ উমান লৈ পিছ পিনে খুঁচি আছে খুঁচি আছে। মইও বোলো খুঁচি থাক যিমান পাৰ বাপেকে।আমাৰো দুখ ভাগৰ বুলি কথা এটা আছে। মাজুজনীৰ কথাৰ ঠাৰত থিৰেৰে থাকিব নোৱাৰি সৰু জনীয়ে হাঁহি হাঁহি গাতে হাউলি পৰিল। "ৰবাছোন, ইমান নাহাঁহিবা। খুৰীয়ে শুনিলে আকৌ জীয়েকহঁত যোৱা বাবে স্ফূৰ্ত্তি পাই ফুৰ্ত্তি লাগিছে বুলি ভাবিব" — ডাঙৰ জনীয়ে ক'লে।

" ৰাতিপুৱা সিটোক ঠেলিয়াই হেচুকি বেদ টি দিলো — মুখখন

ওন্দোলাই মোলৈ যিটোহে চাবনি দিছে ? যেন বাতিৰ কঠীয়া মোৰ বাবেহে শুকাই গ'ল ? মইও বায়েকে ধমকি এটা দি ক'লো— ফিকা চাহ ফিকা মুখেৰে খালে বেছি তিতা লাগে।"

"আমাৰটোৰ যে মৰ খকটো আকৌ দিন দুপৰতে লাগে"— এম্ ফিল কৰি থকা সৰুজনীয়ে মাত দিলে। "সৰু বাপু অলপ তেনেকুৱাই" — ডাঙৰজনীয়ে মুখ পাতি ধৰিলে। তাৰ স্বভাৱটো সৰুৰে পৰা মাইকী লুতুৰা। তাহানি এম এ পঢ়ি থাকোতেও নহয় — প্ৰেমৰ কবিতা লিখি মোক দেখুৱাবলৈ লৰি আহি মোৰ কোলাতে বহি দিয়ে। ককায়েকে দুদিনমান কাণত ধৰি তুলি দিওঁতেহে যেনিবা সেই অভ্যাসটো গ'ল। যৱজনাক নেদেখিছনে ? শ্ৰাদ্ধলৈ অহা মানুহক চিনাকি কৰি দিওঁতে মোৰ কান্ধৰ ওপৰেৰে হাতখন নিলেহে হয়। আধা বয়স পাৰ হ'ব এতিয়া। এতিয়াও মই কোন দিনা কি কাপোৰ পিন্ধিব লাগিব বাতিপুৱাই কৈ দিয়ে। ইপিনে দুই নম্বৰী ভনীয়েকে আমিবোৰক কথা শুনাই থৈ গ'ল তাৰ হিচাপ নাৰাখিলে। "বোৱাৰী কেইজনীয়ে হেনো কাপোৰৰ বাহাৰ দেখুৱাই মৰাৰ ঘৰখন বিয়াঘৰ যেনহে কৰিলো। ককায়েকহঁতক ক'ব লাগিছিল আকৌ , — কম দামী কাপোৰ আনি দিবলৈ ।"

আটাইকেজনী জাঁই কথাৰ মহলা মাৰি থকা সময়ত অৱন্তী দেৱী গোপেশ্বৰৰ শুশ্ৰাষাত ব্যস্ত। গৰম পানীৰে ভৰি ধুৱালে, কাপোৰ সলাবলৈ দি নতুন কাপোৰ পিন্ধিবলৈ দিলে, আনকি গৰম চাহ টুপিও খুৱালে। ঘৰত থকা জ্বৰৰ ঔষধবো যোগান ধৰি গোপেশ্বৰৰ সলাই থোৱা পিন্ধা কাপোৰ-কানি আনি কুৱাৰ পাৰত নিজে চাবোন সানিলে। এইখিনি সময়তহে যেন বোৱাৰী কেইজনীৰ চকু মেল খালে। "এলা-পেচা আলহী নহয় চাগে? সখা দামোদৰকো চাগে কৃষ্ণই ইমান আলপৈচান ধৰা নাছিল ? কিন্তু আমি বোৱাৰীকেইজনীক চিনাকি কৰি দিয়াৰ প্ৰয়োজন অনুভৱ কৰা নাই কিয় ? এইজন ঘৰত ইমানবোৰ বিয়া-বাৰুহে গ'ল — এইজন অতিথিকতো দেখা মনত নপৰে। কোন এইজন মানুহ ?"

সিদিনা নিশাই প্ৰতিজনী বোৱাৰীয়ে নিজৰ নিজৰ স্বামীৰপৰা গম পালে — সেইয়া জনৈক ভড়ালী। শহুৰেকৰ এসময়ৰ বন্ধু। তাতোকৈ বেছি পিবিয়েকহঁতেও জানিবলৈ হলে ল'ৰাকালিৰ কথা মনত পেলাব লাগিব।

নিশাটো অৱন্তী দেৱীয়ে গোপেশ্বৰক শোৱা কোঠাতেই ভাত-পানী

খুৱালে। আগবটো নিশাৰ দৰেই আঁঠুৱা তৰি দিলে। তাৰোপৰি আৰু যদি কিবা কথাও পাতিছিল তাক পুতেক-বোৱাৰীয়েকহঁতে শুনাৰ কোনো উপাই নাছিল।

পিছদিনাখন ৰাতি পুৱাই চাহ খাই উঠি সৰু বোৱাৰী জনাই প্ৰথমতে কলে :

: বাইদেউ, যোৱা নিশা আপুনি বাহিৰলৈ উঠিছিল নে ?

: অ'অ'। কথাটো মইও মন কৰিছো। এই বিধবা বুঢ়ী জনীয়ে বাৰু ৰাতি দুপৰলৈকে আলহীৰ কোঠাত কি কৰি আছিল ? আলহীৰ জ্বৰ হৈছে, ডাক্তৰ আনিলেই হয়। নিজে কিয় শুশ্ৰূষা কৰিব লাগে ? মই হ'লে ধৰণ-কৰণবোৰ ভাল দেখা নাই দে।

ডাঙৰজনীৰ কথাবোৰ শুনি মজিয়াতে চাহৰ টেবুলত বহি থকা গিৰিয়েক, দেওৰেক আটাইবোৰেই লাজ পালে। হাজাৰ হওক পুত্ৰ। পুত্ৰ হৈ মাকৰ বদনাম কেনেকৈ সহ্য কৰে ? একেবাৰে নামাতিলে ভায়েকহঁতৰ সন্মুখতে অপদস্থ হোৱা যেন হয়। সেয়ে ডাঙৰজনে মাত দিলে, —

: কিন্তু খুৰাদেউক কোনোবাইতো শুশ্ৰূষা কৰিব লাগিব ? তাতে তেওঁৰ ঘৰ-সংসাৰ কৰিবলৈ নহ'ল। অকল শৰীয়া জীৱনটোক এনেদৰে এৰি দিব নোৱাৰি। তদুপৰি ভড়ালী খুৰাই দেউতাক কম সহায় কৰা নাছিল। তেওঁৰ হেনো সৰু ঠিকাদাৰী বৃত্তিৰ সমস্ত আৰ্জন দেউতাৰ হাতত্তে জমা দিছিল।

ডাঙৰজনীয়ে ইমান সময়ে যেন চেলু এটাহে বিচাৰি আছিল। এইবাৰ মুখখন বহলকৈ মেলিলে,—

: তুমি ত্যাগ আৰু বিনিময়ক একেলগ নকৰিবা। আমি বোৱাৰী হ'লো বুলি আমাৰ কি বিদ্যা বুদ্ধি নাই? আমাৰ কাণবোৰ, আমাৰ চকুবোৰ দেউতাইঁতে বিয়া দিওঁতে কি শহুৰৰ ঘৰত বন্ধকীত দিছে? অকল তোমালোকৰ কথাবোৰ বিনা প্ৰতিবাদে মানি লবৰ বাবেই মা-দেউতাই পঢ়াই শুনাই প্ৰতিপাল কৰিছিল বুলি ভাবিছা নেকি? আমাৰ শৰীৰবোৰ কোনোবা এটা অংশৰ বাবেহে তোমালোকৰ, কিন্তু আমাৰ মূৰবোৰ সকলো সময়তে আমাৰ। সংসাৰখন নিজাকৈ চোৱাৰ আমাৰো অধিকাৰ আছে। প্ৰায় দিন ধৰি আলহীৰ কোঠাটোত কি হৈ আছে এবাৰ নিজে চাই আহাগৈ?

ৰবজনা বেদানন্দ তাতেই চুপ লাগিল। বাকী দুজন ভায়েকে পৰিস্থিতি

চণ্ডালিবৰ বাবে লাহে লাহে আতঁৰি গ'ল। সিহঁতে প্ৰতিবাদ কৰিলেই যেন নিজৰ নিজৰ পৰিবাৰে ৰণচণ্ডী মূৰ্ত্তি ধাৰণ কৰিব। এই মুহূৰ্ত্তত প্ৰতিজনীৰ হাতত্তেই যেন একোখন খৰ্গ। কাক কেতিয়া ৰঙা জিভা উলিয়াই ঘাপ মাৰে ঠিকনা নাই।

এক অশান্তিৰ বাতাবৰণেৰে দিনটো শেষ হ'ল। নিশালৈ এই অশান্তি যেন বেছি গভীৰ হ'ল। সকলোৰে মুখবোৰত যেন দুখন দুখন যুলা লুচি। অৰুন্ধতী দেৱীও যেন দিন-ৰাতি আলহী শুশ্ৰূষাতে মগ্ন। পুত্ৰ-কন্যা, জোঁৱাই-বোৱাৰী সকলোৰে আদৰ চেনেহে (?)তেওঁক যেন আঁটিছে। আৰু বেছি নালাগে। শিক্ষিতৰ আদৰ্শ যদি অভিমান হয়— তেনেহ'লে তাত তেওঁৰ ক'ব লগা কিটো আছে? জীৱনৰ অপৰাহ্ন বেলাত সিহঁতৰ ব্যৱহাৰে জীয়াই থকাৰ প্ৰেৰণা একেবাৰে নাইকিয়া কৰি দিছে।

ব্ৰেকফাষ্ট কৰি উঠি, ভাযেকহঁতকলগত লৈ বেদানন্দ গোপেশ্বৰ ভড়ালী থকা কোঠাটোত প্ৰবেশ কৰিলে। এলাহ্ম আৰু মকৰা জালেৰে আবৰা এটা কোঠা। আলহীৰ এই কোঠাটোত বহুদিন আলহী থকা নাছিল। পৰিত্যক্ত এই কোঠাটোৱে আনকি বাঢ়নীৰ মুখো দেখা নাছিল। আটাইকেইজন ভাতৃ যেতিয়া আলহী কোঠাত সোমাল তেতিয়া মাতৃ অৰুন্ধতী দেৱী নিজৰ শোৱা কোঠালৈ গৈ পুৰণি কাগজ পত্ৰ চাওঁতেই ব্যস্ত আছিল।

: খুড়াদেউ, আমি আপোনাৰ খবৰ লবলৈ আহিবই পৰা নাই। জানেই নহয়, দেউতাৰ অবিহনে সমস্ত দায়িত্ব মোৰ ওপৰতে পৰিছে। বিদেশত থকা মানুহ। কামবোৰৰও আও -ভাও তেনেকৈ নাপাওঁ। শ্ৰাদ্ধৰ জঞ্জালবোৰ মাৰিবই পৰা নাই। আনকি দেউতাৰ ক'ত কেনেদৰে মৃত্যু হ'ল তাকো আজিলৈকে উলিয়াব পৰা নাই। অৱশ্যে থানাত এজাহাৰ এখন দিছো। যিখন দেশত ডেকা ল'ৰাহঁতক বিচাৰিবলৈকে পুলিচৰ সময় নাই তেনে অৱস্থাত দেউতাৰ দৰে বয়সীয়াল লোক এজনৰ কেনেদৰে মৃত্যু হ'ল তাক কোনোৱা পুলিচে উলিয়াই দিব পাৰিব বুলি আশাও কৰা নাই। আমি বৰ প্ৰেক্টিকেল মানুহ। যিটো কামৰ কোনো সুফল নাই তাত আমি হাতকে নিদিও। অযথা সময় খৰচ নকৰো। তদুপৰি আমি আটাইবোৰ ভাই-ককাই নিজ নিজ ঠাইলৈ কালিলৈৰ ভিতৰতে গুচি যামগৈ।

বেদানন্দৰ কথাবোৰ গোপেশ্বৰ ভড়ালীয়ে যেন শুনা নাই, কেৱল চকু দুটা ট ট কৈ মেলি চকুদুটাৰেহে যেন দেখিছে। সিহঁত বিদ্যা-বুদ্ধিত যথেষ্ট পাৰ্গত। অন্ততঃ পাৰ্গত বুলি যথেষ্ট চাৰ্টিফিকেট গোটাইছে। আমি যিবোৰ মৰম চেনেহ বুলি ভাবো সেইবোৰ ইহঁতে হয়তো সাধাৰণ আচাৰ ব্যৱহাৰ বুলি ভাবে। বেদানন্দহঁতে নিজৰ মোমায়েকক মানুহৰ আগত চিনাকি কৰি দিয়ে— 'মাৰ ভায়েক' বুলি। তেনে অৰ্থত দেউতাকৰ বন্ধু গোপেশ্বৰ ভড়ালী কোন কুটা? আজিৰ প্ৰজন্মক তাৰে, আমি বুলি ক'লে লুচি ভজা তাৰা আৰু আম গছৰ পৰা আম পাৰি আনিব। সেইবোৰ সম্বন্ধৰ শব্দ নোহোৱা হৈ যোৱাৰ লগে লগে মৰম- চেনেহবোৰো মানুহৰ মাজৰ পৰা কৰ্পূৰৰ পানী উটি যোৱাদি উটি গ'ল।

বেদানন্দ আৰু নিজৰ ভায়েকহঁতে শুই থকা গোপেশ্বৰক নমস্কাৰ জনাই আঁতৰি আহিল। গোপেশ্বৰে চকু দুটা আকৌ মুদি দিলে। কম পৰিসৰত নিজৰ অভিজ্ঞতাক বেদানন্দহঁতৰ বিশাল অভিজ্ঞতাৰ লগত এবাৰ তুলনা কৰি চাবৰ মন গ'ল তেওঁৰ। জীৱনৰ এইবোৰ চিন্তাৰ যোগ বিয়োগৰ মাজেৰেই হয়তো বেথাৰামে চিৰকাললৈ চকু মুদিলে।

ঘৰখন এক অশান্তিয়ে যদিও গিলিপ মাৰি ধৰি আছে তথাপিও বেদানন্দহঁতে, উচ্চ শিক্ষিতা বোৱাৰীহঁতে নাইবা নাতি-পুতিহঁতে যেন ইয়াৰ কোনো উমান পোৱা নাই। টি,ভি, ষ্টেৰিঅ' সমান ভলিউমত চলি আছে। ৰিটাৰ্ণ জাৰ্নিৰ প্ল্যান, প্ৰগ্ৰেম চলি আছে। কোনে কোনটো ফ্লাইটত গলে সুবিধা হব, বাই ৰোড যোৱাজনে কোন ঠাইত লাঞ্চ কৰিলে ঘৈণীয়েক আৰু ল'ৰা-ছোৱালী দুটাই কষ্ট নাপাব, কোন কোন ৰেষ্টুৰাই আজি-কালি ভাল পিজা,বাৰ্গাৰ বনায় ইত্যাদি কথাৰ আলোচনাই ঘৰ ৰমৰমাই আছে। গোটেই বাটছোৱা একে সাজ কাপোৰকে পিন্ধি যাব নোৱাৰি। গতিকে কোনোবা এখন হোটেলত উঠি কাপোৰ চেঞ্জ কৰিব লাগিব। পইচা অলপ খৰচ হলেও "গ্ৰীণ গ্ৰাছ" হোটেলেই ভাল হ'ব। খোৱাটো আন এঠাইত হ'ব।

আনহাতে মিঠা বিস্কুটৰ সাফৰ বন্ধ কৰি থোৱা আৱনাৰ বৈয়ামৰ ভিতৰত থকা পৰুবাটোৰ দৰে অৱন্তী দেৱী যেন ঘৰটোৰ ইফালৰ পৰা সিফাললৈ ঘূৰি ফুৰিছে। জীৱনটোত যথেষ্ট মিঠা খাবলৈ পাইছে, অথচ কিবা এটা মৰ্মাত তাৰ পৰা ওলাইও আহিব পৰা নাই। নাইবা উশাহ-নিশাহ নাপাই মৰি যাবও পৰা নাই। পৰুবাটোৰ দৰেই যেন অৱন্তী দেৱীয়ে এবাৰ ভাবিলে

এবাৰ তললৈ অহা যোৱা কৰি আছে। ওলাই আহিব পৰা নাই। ওলাই অহাৰ আশাও নাই। যন্ত্ৰণা।

অলপ পিছতে দুপৰীয়া হ'ব। আবেলি হৈ সন্ধ্যা লাগিব। নিশা হ'ব। গভীৰ নিশা। বাতি পুৱাব আৰু নাতি-নাতিনীৰ সৈতে বোৱাৰীহঁত আৰু বেদান্তহঁত একোখন গাড়ী লৈ নিজ নিজ কৰ্মস্থলীলৈ বাওনা হ'ব। কেইদিনমান পিছত প্ৰতিজনৰে পৰা বেঙ্ক ড্ৰাফ্‌ট, মণি অৰ্ডাৰ আহিব। সেইবোৰ ভঙাই আনি জাপে জাপে নোটবোৰ পেৰাত ভৰাই থ'ব। তাৰ পাছত আহিব চিঠি। টকাবোৰ পালো নে নাই? গা কেনে আছে? কিবা অসুবিধা হৈছে নেকি? ইত্যাদি। উত্তৰ দিব লাগিব মিছা কথা এসোপাৰে। গা ভালে আছে। অসুবিধা একো হোৱা নাই। ইত্যাদি। — আচলতে এইবোৰৰ কাৰণেই কিজানি দেউতাক ঢুকাই থাকিল — এক নিসঙ্গ পৰিবেশত। দেউতাকৰ কেৱল সিহঁতৰ বাবেই যে মৃত্যু হ'ল তাক কোনোদিন নাজানিব। জানিবলৈ ইচ্ছা প্ৰকাশ নকৰিব। দেউতাকৰ অইল পেইন্টিঙৰ প্ৰকাণ্ড ফটোখন বেৰত আৰি নিতৌ সন্ধিয়া ধূপ জ্বলাব। পুত্ৰ-কন্যাৰ কৰ্ত্তব্য যেন ইয়াতেই শেষ।

নিচেই পুৱাতে সাজি-কাচি আটাইবোৰ ওলাল যাবলৈ। অৰুন্ধতী দেৱী মুঢ়া এটাত বহি আছিল বাৰাণ্ডাতে। অৰুন্ধতী দেৱী বোলা মানুহজনীক পুতেক-বোৱাৰীয়েকহঁতে 'মা' বুলি, নাতি-নাতিনীহঁতে 'আইতা' বুলি সেৱা জনাই যাবলৈ ওলাল। অৰুন্ধতী দেৱীৰ চকুৰ পানী চৈধ্য দিন আগতে শেষ হৈ গৈছে। তেওঁৰ নতুনকৈ কান্দিব লগা আৰু একো নাই।

: মা! খুৰাক এতিয়া আৰু মাত নিদিওঁ। তেওঁ বোধহয় এতিয়া টোপনিত। অসুখীয়া মানুহক টোপনিত বাধা দিয়া বেয়া। . . জ্ঞানী মানুহে আপোনজনৰ মৃত্যুত নাকান্দে। তোমাক ছয়মাহমান পাছত মোৰ লগত থাকিবলৈ লৈ যাম বুলি ভাবিছো।

: মই নাযাওঁ অ' ডাঙৰ বাপু! মোক জোৰ নকৰিবি। দেউতাৰাই দিনটো অকিচন কাম কৰি নিশা ভাত পানী হোৱালেকে মুৰেৰে ইটা-বালি কঢ়িয়াই এই ঘৰ সাজিছে। প্ৰথম দিন পাইপেৰে চৰকাৰী পানী যোগান আঁচনিৰ পানী আহি টেঙ্কীত পৰাৰ লগে লগে দেউতাৰাই আনন্দতে অকলে অকলে বিহু নাচিছিল। হিচাপ কৰিলে তত্কালী খুড়াবাই এই ঘৰ বন্ধাৰ বাবদ এতিয়াও ভালেমান পইচা পায়। ইমানবোৰ স্মৃতি এৰি মই কলৈকো নাযাওঁ অ' ডাঙৰ বাপু। মোৰ সুখে আঁটিছে। আৰু বেছি সুখ

# ।। এৰালৰ উভলা খুঁটি ।।

জিলা কাৰাগাৰটোৰ মহিলা বেৰেকৰ সাত নম্বৰ আৰু নও নম্বৰ কোঠালিত থকা মহিলা দুগৰাকীৰ আজি কাৰাদণ্ডৰ আকৌ এটা হুকুম আহিছে। সিহঁতৰ যাবজ্জীৱন কাৰাদণ্ড হৈছে। এই হুকুম ৰদ কৰিবৰ বাবে, ওপৰৰ আদালতত আপীল কৰিবলৈ সিহঁত দুগৰাকীৰ বাবে কোনো আগবাঢ়ি নাহিল। মহিলা উকীল এগৰাকীয়ে প্ৰথমতে কাগজে পত্ৰে লিখি বিনা পইচাই এই কেচ চলাব বুলি প্ৰচাৰ কৰিছিল। পিছে কোৰ্ট-কেচাৰীত প্ৰয়োজন হোৱা কাগজ-পত্ৰ, টাইপ কৰা আৰু জুনিয়ৰক দিব লগা বোৰ মিলি গোট খাই যেতিয়া হাজাৰৰ ওপৰ হ'ল তেতিয়াই মহিলা উকীল জনীয়েও ঠাইতে ডুব মাৰিলে। উকীলবোৰৰ এইটো এটা ডাঙৰ সুবিধা। নিজে এপইচাও নলও বুলি জুনিয়ৰৰ হতুৱাই সুতে-মূলে সকলোখিনি আদায় কৰে। গতিকে মহিলা দুগৰাকীও আপীল কৰাৰ ইচ্ছা পৰিহাৰ কৰি মনে মনে থাকিল।

কাৰাগাৰত সোমোৱা আজি ছয় মাহেই হ'ল। কাৰাগাৰ অধিকৰ্তাজন আকৌ মাইকী চেলেপু। তেওঁ সময় পালেই মহিলা বেৰেকত সোমায় আৰু গাৰ্লছ হোষ্টেলৰ ডেকা চুপাৰে সঘনাই হোষ্টেল পৰিদৰ্শন কৰাৰ দৰে তেওঁও কাৰাগাৰটোৰ মহিলা বেৰেকটো পৰিদৰ্শন কৰি থাকে। মহিলা কয়দী কেইগৰাকীমানে তেওঁৰ গুপ্ত নাম এটাও দি লৈছে। সেয়েহে কাৰাগাৰ অধিকৰ্তাজন মহিলা বেৰেকলৈ সোমাই আহিলেই কথাছবিত মিউজিক একেটা হোৱাৰ দৰে তেওঁৰ গুপ্ত নামটোৰে মহিলা কয়দী সকলৰ মাজত গুণগুণনি আৰম্ভ হয়।

কাৰাগাৰ অধিকৰ্তাজনে ৰবকৈ আহিলৰ কথা কয়। আজি কিছুদিনৰ পৰা নতুনকৈ অহা সাত নম্বৰ আৰু নও নম্বৰ কয়দী দুগৰাকীৰ লগত

আইনৰ কথা কৈ কৈ সিহঁত দুজনীৰ কাণকে ঘোলা কৰিলে।

সিহঁত দুজনীয়ে আইনৰ কথা বৰ বেছি বুজি নাপায়। তথাপি আইন মানে কি সিহঁতৰ এটা নিজস্ব ধাৰণা হৈছে। সেই ধাৰণাটোৰ দ্বাৰাই দুয়োগৰাকী মহিলাই বুজি পাইছিল যে সিহঁত দুয়োগৰাকীৰে ফাঁচি হ'ব। কিন্তু ফাঁচিৰ হুকুম নহ'ল। সিহঁতেও কিন্তু ফাঁচিৰ হুকুম হোৱাটোকে মনে-প্ৰাণে কামনা কৰিছিল। আৰু তাৰ বাবে সঁচা কথাটোকে সিহঁতে আদালতত ব্যক্ত কৰিছিল। সঁচা কথা কোৱাৰ পিছতো আদালতৰ কিছুমান কথা বতৰাই সিঁহত দুয়োগৰাকীকে বেচ আমোদ দি থৈছে। প্ৰমাণ আৰু প্ৰমাণ বিহীন কথা কিছুমানেৰে কিছুমান মানুহে ঘটনাটো নেদেখাকৈয়ে তৰ্ক কৰে আৰু সময়ত নেদেখা ঘটনাটোকে আচল ঘটনাৰ জোলোমজৰী দি সুকীয়া ঘটনাৰ সৃষ্টি কৰে।

মানুহ দুগৰাকীয়ে নিজে আচামী নোহোৱালৈকে কোনোদিন আদালত দেখা নাছিল। আৰু যেতিয়া আদালত দেখিলে ইংৰাজী শব্দৰ আলমত অসমীয়া ভাষাৰ উচ্চাৰণবোৰ শুনি কলা-বোবাৰ দৰে হোৱাৰ বাহিৰে আন উপাই নাছিল। মহিলা দুগৰাকীয়ে কন্দা নাছিল। কাৰণ কান্দিব লগা দিনাবোৰ সিহঁত দুয়োজনীয়ে ইতিমধ্যে অতিবাহিত কৰিছিল। দৈনন্দিন কান্দোনেই যাৰ সঙ্গী আছিল তাৰ আকৌ চকুপানী ওলাব ক'ৰ পৰা ?

কয়দী মহিলা দুগৰাকী ঠিক একে সময়তে জেল অধিকৰ্ত্তাৰ ওচৰ পালে। দুয়ো তেওঁৰ কাষত নিজৰ বক্তব্য শুনালে। কিন্তু সকলো কথা শুনিও "মাইকী ভালপোৱা" মানুহজন হঠাতে গহীন হৈ পৰিল। তেওঁ একেবাৰে কয়দী মহিলা দুগৰাকীৰ অনুৰোধ ৰক্ষা কৰিব নোৱাৰো বুলি ক'লে। মহিলা দুগৰাকী বিমোৰত পৰিল। অৱশ্যে অধিকৰ্ত্তাজনে জেইলাৰ চাহাবৰ লগত লগ লগাই দিব পাৰিব বুলি প্ৰতিশ্ৰুতিও দিলে।

মহিলা কয়দী দুগৰাকীয়ে অকণমান সকাহ পোৱা যেন লাগিল। সেইমতে জেইলাৰ চাহাবক লগও ধৰিলে। আদ্যোপান্ত নিজৰ ইচ্ছা বিবৰি ক'লে। জেইলাৰ চাহাব বিমোৰত পৰিল। কাৰণ এনেকুৱা ইচ্ছাৰ ওচৰত, তেওঁৰ চাকৰি জীৱনত কোনোদিন মুখা-মুখি হোৱা নাছিল। সকলো শুনিও জেইলাৰ চাহাবে প্ৰশ্ন কৰিলে, —

: তোমালোকে আচলতে কি ক'বলৈ বিচাৰিছা ?

: আমি দুয়োগৰাকীয়ে চাৰ ফাঁচিকাঠত ওলমি মৃত্যুকে সাৱটি

ল'ম বুলি ভাবি আছিলো। কিন্তু হাবিয়াহ কৰিলেইতো সকলো আকাংক্ষা পূৰণ নহয় ? আমি চাব, আমাৰ অঙ্গ-প্ৰত্যঙ্গ বিপদাপন্ন ৰোগীক দান দিবৰ বাবে ইচ্ছা কৰিছো। যেনে ধৰক, আমাৰ চকুযোৰে দুটি অন্ধজনৰ দৃষ্টি শক্তি আনি দিব পাৰে ; আমাৰ বৃক্কই যদি কোনোবা বিচাৰিকাৰীক জীৱন দান কৰে তেন্তে আমি সেই দান দিবলৈ প্ৰস্তুত। কাৰণ আমি আশা কৰিছো, আমাৰ এইবোৰ অঙ্গই আন এটা আত্মাক এই পৃথিৱীত ধৰি ৰাখি মানুহৰ বিচাৰ আৰু অবিচাৰৰ যুঁজখন আৰু কেইদিনমান চাই যাওঁক।

: কিন্তু, মইতো কয়দীবোৰৰ বন্দীয়াহে। দান দিলে দান গ্ৰহণ কৰাৰ বাবেও কোনোবা প্ৰস্তুত থাকিব লাগিব । এই প্ৰস্তুতিত আহিলেও আদেশ দিব লাগিব। কেতিয়াবা অমূল্য বস্তু দান হিচাপে পালেও ল'ব নোৱাৰি । তথাপি নিজৰ ইচ্ছাৰ কথা প্ৰকাশ কৰি একোখন দৰ্খাস্ত লিখি দিবা। চিকিৎসা বিদ্যাই আইনৰ সহায় লৈ কেনেধৰণে তোমালোকক সহায় কৰে কৰি থাকিব।

সিদিনা গোটেই নিশা জেইলাৰ চাহাবৰ টোপনি নাহিল । তেওঁ আগতীয়াকৈ জানিছিল — দুয়ো গৰাকী মহিলাই মানুহ হত্যাকাৰিণী। কিন্তু আনে তৈয়াৰ কৰা কাগজৰ পৰা কেতিয়াও জনাৰ তেওঁ আগ্ৰহ প্ৰকাশ কৰা নাছিল । যেতিয়া মহিলা দুগৰাকীয়ে এনে এটা মহৎ কামৰ বাবে নিজৰ উদাৰতাৰ কথা প্ৰকাশ কৰিলে তেতিয়া তেওঁ কয়দী মহিলা দুগৰাকীৰ হৃদয়ৰ গভীৰতম কোণৰ পৰা জানিবৰ বাবে যেন উৎসুক হৈ পৰিল ।

মানুহ যেতিয়া সেৱক হয় তেতিয়া জীৱনৰ পূৰ্ণ-প্ৰাপ্তি লাভ কৰে। মানুহ যেতিয়া মানুহৰে প্ৰভু হয় তেতিয়া ভোগৰ মাজেৰে শূন্য-প্ৰাপ্তিত আত্মহাৰা হৈ পৰে ।

জেইলাৰ চাহাবে কয়দী মহিলা দুগৰাকীক নিজৰ কোৱাৰ্টাৰলৈ মাতি নি অকলশৰীয়াকৈ বহিবলৈ দিলে । আৰু এনে এক সহৃদয়তাৰে দুয়োগৰাকী মহিলাক প্ৰশ্ন কৰিলে যেন জেইলাৰ চাহাবক, মানুহৰ অসংখ্য ঘটনাৰ মাজত ইও এটা নতুন ঘটনাৰ সংযোগ হৈ নতুনত্বৰ সোৱাদ দি যাব ।

দুলীয়া বগা বৰণৰ গৰাকীয়ে এটা দীঘলীয়া হুমুনিয়াহ কাঢ়ি ক'লে, — সেই কাহিনী বৰ দীঘলীয়া চাহাব

আগডলা মৌজাৰ মৌজাদাৰ হৰিহৰ চৌধুৰী আৰু গড়পোটা মৌজাৰ মৌজাদাৰ ভদ্ৰ কান্ত গোস্বামীৰ অঘোষিত মনৰ যুদ্ধখন আজিৰ নহয়। তেওঁলোকৰ ভেকাকালৰ পৰাই এই যুদ্ধখন চলি আহিছে । দুয়োখন মৌজা ওচৰা-উচৰি যদিও দুয়োখন মৌজাৰ বাসিন্দাবোৰে দুয়োজন মৌজাদাৰক কোনোদিনে সমান বুলি ভবা নাই । এওঁলোক দুজনৰ কোনজন কিমান প্ৰতাপী তাক দুয়োখন মৌজাৰ মানুহেই বছৰে বছৰে জুখি চায়— হাতীৰ সংখ্যাৰ হিচাপত । অৰ্থাৎ যিজন মৌজাদাৰেই যিটো বছৰত যিমান বেছি হাতী ধৰিব পাৰে সেইজনেই আনজনতকৈ ডাঙৰ বা প্ৰতাপী বুলি ৰাইজে মৌন সম্মতি প্ৰকাশ কৰে । পিছলৈ এনেকুৱা হ'লগৈ যে কম প্ৰতাপী মৌজাদাৰৰ মৌজাখনৰ বাসিন্দাবোৰৰ সন্মানত আঘাত লগা হ'ল। এই লৈ দুয়োখন মৌজাৰ মানুহৰ মাজত ব্যক্তিগত কাজিয়া আদিও হৈ থাকে ।

মৌজাদাৰৰ সন্মানেই মৌজাখনৰ বাসিন্দাৰ সন্মান। মৌজাদাৰ প্ৰতাপী হ'লেই খাব নোপোৱা কেলেহুৱাজনো অহঙ্কাৰৰ প্ৰকোপত বুকু ফিন্দাই ফুৰে। এতিয়াৰ দিনৰ ৰাইজৰ প্ৰতিনিধিৰ দৰে নহয়। ৰাইজৰ প্ৰতিনিধিয়ে ৰাইজৰ হৈ বক্তৃতাৰে কামো কৰে গালিও খায়। কিন্তু মৌজাদাৰ সকলে একো নকৰিও নিদিয়ে অথচ তেওঁলোকক লৈ সকলোবোৰ মানুহ গৌৰৱত ওফন্দি থাকে। ঠিক ধৰ্ম্মগুৰু-ৰ নিচিনা।

এনে গৌৰৱৰ ভৰত কোনজন মৌজাদাৰে কিমানজনী বান্দীক বাতিটোৰ ভিতৰতে জাতত তুলিলে সৰ্ব্বসাধাৰণ মানুহে গমকে নাপায়। হৰিহৰ মৌজাদাৰৰ দুজনকৈ পুত্ৰই ধৰ্ম্মমতে বিবাহ পাতি বোৱাৰী ঘৰ সুমুৱাই নিখোজ। এজনে জন্তৰ চোৰাং কাৰবাৰ আনজনে কাঠৰ চোৰাং কাৰবাৰ কৰি চৰাইৰ পাখি নভঙা দেশত ভ্ৰমি ফুৰে। অবৈধ স্ত্ৰী লগত ৰাখি নিজৰবোৰ পিতৃ ভিঠাত ধুৰী বান্দীৰ মৰ্য্যাদা দি ৰাখিছে। মানুহেও বাহিৰত চুণ তেল দি থকা ঘৰৰ ভিতৰত ভাল বস্তু থকা বুলি ভবাৰ দৰে ভাবি থাকে। শহুৰ দেউতাৰ ব্যাভিচাৰ চকুৰ আগত ৰাখি বোৱাৰীহঁতৰ নিজৰ জীৱন উটি যাবলৈ দিয়া হৈছে মৰা সুঁতিৰ দৰে।

আগডলা মৌজাৰ হৰিহৰ মৌজাদাৰে এইবাৰো আজাৰকাটা মহলত বনৰীয়া হাতী ধৰিবৰ বাবে যো-জা কৰিছে। দুই মাহ আগৰে পৰাই মেদু ফান্দীক মৰ্য্যদা দি ঘৰতে পুহি ৰাখিছে। মেদুৱে দিনে নিশাই আজআলাক

প্ৰশিক্ষণ দি আছে। জয়মালা হ'ল হৰিহৰ মৌজাদাৰৰ অতি মৰমৰ পুৰণি পোহনীয়া হাতী। মেদু ফান্দীৰ বৰ বিশ্বস্ত জয়মালা। জয়মালাক প্ৰশিক্ষণ দি কুনকুনী কৰি লোবা হৈছে। কুনকুনী হ'ল চিকাৰী হাতী। বিপদৰ সময়ত কুনকুনী হাতীৰ বুদ্ধিয়ে মানুহৰ বুদ্ধিকো চেৰ পেলায়।

অধিক উৎসাহ আৰু অধিক মনোবলেৰে মেদু ফান্দীয়ে ফান্দৰ ৰছী তৈয়াৰ কৰিছে। এইবাৰ গড়পোটা মৌজাদাৰতকৈ বেছি হাতী ধৰিবই লাগিব।

হৰিহৰৰ এই প্ৰস্তুতিৰ সংবাদ খুঁউৰ ভিতৰ-বাকৈ গড়পোটা মৌজাৰ ভদ্ৰকান্ত গোস্বামী মৌজাদাৰে পাই গৈছে।

গড়পোটা মৌজাৰ মৌজাদাৰে এইবাৰ পশ্চিমবঙ্গৰ ফালৰ পৰা বনৰীয়া হাতী ধৰিবলৈ বেছি দৰ্মহাৰে ফান্দী আনিছে। সুবানখাটা, নামাতাৰীলৈকে প্ৰচাৰ হৈছে যে এই ফান্দীৰ ওচৰত বনৰীয়া হাতীৰ জাক পৰ্যন্ত কাবু হৈ যায়। প্ৰচলিত হাতী চিকাৰ কৰা পদ্ধতিতকৈও নিজে কিছুমান কিটিপ জানে, যিবোৰ কিটিপ আমাৰ স্থানীয় ফান্দীবোৰে নাজানে। হাতী চিকাৰ আৰু আন চিকাৰৰ লগত পাৰ্থক্য এইখিনিতে যে হাতী চিকাৰত বনৰীয়া হাতীক জীয়াই জীয়াই ধৰিব লাগে , পাৰিলে শৰীৰত এটা আঁচোৰ নলগাকৈ। হাতী চিকাৰত চিকাৰীয়ে বিপদাপন্ন সময়ত নিজকে ৰক্ষা কৰিব লাগিব নিজৰ বুদ্ধিৰে। প্ৰতিবেশী ৰাজ্যৰ পৰা অহা এই ফান্দীজনে হেনো কুনকুনীৰ তলপেটত থাকিও ফান্দ মাৰিব পাৰে। বনৰীয়া হাতীৰ পিঠিত উঠি জাকৰ মাজতে ইটোৰ পিঠিৰ পৰা সিটোৰ পিঠি বগাই থাওকতে কুনকুনীৰ তলপেটত সোমাই পৰিব পাৰে। এই আচৰিত আচৰিত কাহিনীবোৰ প্ৰচাৰ হৈছে ভদ্ৰকান্ত গোস্বামী মৌজাদাৰৰ ঘৰৰ পৰা।

এইবোৰ কথা শুনি শুনি হৰিহৰ চৌধুৰী মৌজাদাৰৰ নিশা টোপনি নোহা হ'ল। সময় পালেই তেওঁ মেদু ফান্দীৰ লগত গুড়গুড়ী হোকাটো লৈ বহে। মেদু ফান্দীয়ে তেওঁক অভয় দিয়ে। "আপোনাৰ প্ৰভু, মান ৰক্ষা কৰিব নোৱাৰিলে মই ফান্দী কামকে এৰি দিম। আপুনি চিন্তা নকৰিব। আমাৰ জয়মালা কুনকুনী বৰ লক্ষ্মী। ফান্দীয়ে নজনা কথাও তাই চলন-ফুৰণেৰে শিকাই দিব পাৰে।"

: জানো! তই সেইবোৰ কি কথাৰে মোক সান্ত্বনা দিছ? নিইতও বহি থকা নাই নহয় ? শুনিছো, দিনে ৰাতিয়ে হেনো আমদানি কৰা ফান্দীৰ

লগত নিত্য নতুন কৌশল উদ্ভাবন কৰিয়েই আছে। আঙ্গাৰকাটা মহলত হেনো হাতীৰ চাহান কেবাটাও আছে।

++ ++ ++

নিৰ্দ্দিষ্ট দিনত আগডলা মৌজাৰ মৌজাদাৰ হৰিহৰ চৌধুৰীৰ ঘৰত গণেশ পূজা আৰম্ভ হ'ল। জ্যোতিষীয়ে দিন, বাৰ, ক্ষণ সকলো হিচাপ কৰি উলিয়াই দিছে। মঙ্গলতীৰ দ্বাৰা মঙ্গল চাইছে। পুৰোহিত পণ্ডিতে মৌজাদাৰ চৌধুৰীক আশীৰ্ব্বাদ দিছে। মেদু ফান্দীয়ে কপালত দীঘলীয়া ফোট লৈ গণেশ দেৱতাৰ মূৰ্ত্তিত সেৱা জনাইছে। জয়মালা কুনকুনীৰ কপালতো এটা ৰঙা সেন্দুৰৰ ফোট দিয়াইছে। তাৰ পিছত মেদু ফান্দীয়ে হৰিহৰ চৌধুৰীৰ ভৰিত দীঘল দি পৰি আশীৰ্ব্বাদ বিচাৰিছে। হৰিহৰ চৌধুৰীৰ আকুল আকাঙ্ক্ষাক ফলৱতী কৰিবলৈ তাৰ দুচকুৰে গিৰগিৰকৈ পানী ওলাই আহিছে। তাৰ পিছত লাহেকৈ, থিয় হৈ থকা কুনকুনীৰ আগ ঠেং দুটাত হাতখন লগাই সেৱা কৰিছে।

ঃ আমি পাৰিম নহয় জয়মালা ? দেউতাৰ ইচ্ছা পূৰণ কৰিবলৈ? দেউতাক সেৱা জনা জয়মালা।

জয়মালা কুনকুনীয়ে শুঁড়ডাল ওপৰলৈ তুলি হৰিহৰ চৌধুৰীক চেলাম জনালে। বাৰান্দাতে বৈ থকা বৰ বোৱাৰী বনজাই হাতত লৈ অহা পকা কল দুটা জয়মালাৰ শুঁড়ৰ আগত তুলি দিলে। অতি সন্তৰ্পণে জয়মালাই কলদুটা মুখত ভৰাই লৈ আকৌ এটা চালাম দিলে।

মেদু ফান্দীয়ে জয়মালাৰ কাণ এখনত ধৰি আদেশ দিলে "জুগ্‌জুগ্‌-জুগ্‌জুগ্‌"।

কুনকুনী জয়মালাই আগফালৰ এখন ভৰিৰ আঁঠু ভাঙি এনেদৰে ৰাখিলে যেন এটা জখলাৰ খোপহে। সেই খোপত ভৰি দি একেটা লাফতে মেদু ফান্দী জয়মালাৰ গলত বহি ল'লে। ভৰি দুখন গল্‌চাত সুমুৱাই ল'লে। গল্‌চা হল হাতীৰ ডিঙিত পিন্ধোৱা, সৰু সৰু বহীৰে বুই উলিওৱা ধুনীয়া গলপাতা। দুয়োখন ভৰিৰ বুঢ়া আঙুলীৰ খোঁচনিৰ কিটিপতে হাতী আগ পিচ কৰে, সোঁৱে বাঁওৱে ঘূৰে।

মেদুফান্দী জয়মালাৰ পিঠিত উঠি হৰিহৰ চৌধুৰীৰ বাটচ'ৰাৰ পৰা ওলাই আহিল। বাজ আলিত খোজ দিলে। আঙ্গাৰকাটা মহললৈ হাতীৰ খোজেৰে তিনিদিনৰ বাট। হিমালয়ৰ পাদদেশত। বাওঁতে মেদু ফান্দীৰ

গাঁওখন পায়। বাজিটো তাতে থাকিব। তাব ঘবতে দুজন ডেকা ল'ৰাও বৈ থাকিব। এজন ঘাঁহী। ঘাঁহী মানে হাতীয়ে খাবলৈ ঘাঁহ, কলগছ আদি যোগান ধৰা লোক। আন এজন ডেকা ল'ৰাও বৈ থকাৰ কথা। সি মাউতৰ কাম কৰিব পাৰে। সি চিকাৰী হাতীৰ পিঠিত উঠি ফান্দৰ বছী টান ঢিলা কৰিব জানে। বৰ পাকৈত ল'ৰা। ভয়-ভীত নাই।

এই মাউত কাম কৰা ডেকাজনে মেদু ফান্দীৰ যৈণীয়েক কপাহি বালাৰ লগত ৰৰকৈ হুলি গলি কৰিব খোজে, তাইহে ৰৰকৈ আসে দিয়া নাই। হাজাৰ হওঁক ফান্দী, মাউতহঁতকৈ ওপৰ থলপৰ লোক। ফান্দীৰ যৈণীয়েক হৈ মাউতৰ লগত হুলি গলি কৰা ঠিক নহয়। তাতে আকৌ ডেকা মাউতজনৰ কেবাটাও বদ অভ্যাস আছে। মেদু ফান্দীৰ চৰিত্ৰৰ লগত বিজাই চালে ডেকা মাউতজনে মেদুৰ কেএা আঙুলিৰ পানী পাবৰও যোগ্য নহয়।

মেদু ফান্দী কুনকুনী জয়মালাৰ সৈতে নিশা তাৰ ঘৰখন পালে। হাতী চিকাৰত নিব লগীয়া সাজ - বাচন, লাম - লাকটু বস্তাত ভৰাই কপাই বালাই সাজু কৰি থৈ দিছে। বাটত খাবৰ বাবে কোমল চাউল, চাউলৰ গুড়ি সান্দহ, ভীম কল সকলো জোগাৰ হৈয়ে আছে।

মেদু ফান্দীয়ে তাৰ ঘৰৰ সন্মুখত থকা জাওৰ পিলপু জোপাতে জয়মালাক বান্ধি থলে। ঘাঁহী ল'ৰাটোৱে কেইজোপামান কলগছ কাটি আনি তাত ৰাখিছিলেই।

মেদু ফান্দীয়ে ঘৰৰ বাঁহৰ দৰ্জাখন ঠেলি দিলত কেৰকেৰকৈ এটা শব্দ হ'ল। আনটো কোঠাত ঘাঁহী ল'ৰাটো আৰু ডেকা মাউতজন শুই আছে। আজি তিনিমাহৰ মূৰত নতুনকৈ বিয়া কৰাই অনা মেদু ফান্দীৰ যৈণীয়েক কপাহি বালাই ঘন বাজি বাঁহৰ দৰ্জাখনৰ মিঠা শব্দটো শুনিবলৈ পাইছে। তাই আথে-বেথে বিছনাৰ পৰা উঠি জুইশাহৰ কাঠি এডাল খুঁচি দি কেবাচিন তেলৰ চাকিটো জ্বলাছে। বাঁহৰ বেৰৰ কোঠাটো পোহৰাই চাকিটোৰ শিখাই আনটো কোঠালৈকো বেৰৰ জলঙাৰে পোহৰ ঠেলিবলৈ চেষ্টা কৰিছে। আনটো কোঠাত শুই থকা ডেকা মাউতজনে মূৰ দাঙিচাইছে। দেখা নেদেখাৰ মাজতে মেদু ফান্দী আৰু কপাহি বালাক সি দেখিলে।

ঃ এতিয়া নহয়। হাত ভৰি ধুই বাঢ়ি থোৱা ভাত কেইটা খাই লোৱা। — কপাহি বালাৰ কণ্ঠস্বৰ।

মেদুফান্দীয়ে হাত-ভৰি ধুই ভাত সাজ খাই ল'লে। মজিয়াতে বিড়ি এটা টানি লয় মানে ৰূপাই বালা বিছনা পাৰি খোৱা চাং খনতে উঠিল। শুদা মেখেলা খন বুকুৰ ওপৰতে পিন্ধি লৈছে।কেৰাচিনৰ চাকিটো মজিয়াতে জ্বলি আছে। মেদুফান্দীয়ে বিড়িটোৰ অৱশিষ্ট অংশ মাটিত ভৰিৰে মোহাৰি ৰূপাই বালাক চাবৰ চেষ্টা কৰিছে। ৰূপাই বালাই বুজি পাইছে। তাই নিজকে কোৱাৰ দৰে কৈছে : "এই দুটাই সন্ধিয়াতে জৌ এসোপা গিলি বিছনাতে মৰা পৰি থকাৰ দৰে পৰি আছে হবলা? আপুনি আহি পোৱা গমকে পোৱা নাই"।

মেদুফান্দীয়ে ৰূপাই বালাৰ মনৰ কথা বুজিব পাৰিছে। সি লাহেকৈ ৰূপাই বালাৰ কাষতে বহি পৰিল। ৰূপাই বালাই বিছনাখনতে নিজৰ শৰীৰটো ইফালে সিফালে লৰাই পিন্ধি থকা কাপোৰ বিছনাৰ কাপোৰ একাকাৰ কৰিলে। মেদুৱে উত্তেজিত হৈ ৰূপাই বালাৰ শৰীৰটো সাৱটি ধৰোতেই আনটো কোঠাৰ পৰা মাউতে মাত দিলে—

: মেদুকাই, আহি পালি?

মেদুৱে চাংখনৰ তলতে জ্বলি থকা মাটিৰ চাকিটো এখন ভৰিৰে নুমুৱাই দি এটা গল হেকাৰি মাৰি মাত দিলে।

: তহঁতৰ টোপনি অহা নাই হবলা ? মই কেতিয়াবাই আহি পালো। টোপনি যা। নিচেই পুৱাতে যাত্ৰা কৰিব লাগিব।

কাহিলি পুৱাতে মেদুৰ ঘৈণীয়েক ৰূপাইবালা ফেকুৰি উঠিল। চকুৰ পানীৰে তাই একো নেদেখা হৈছে।

: যাত্ৰাৰ সময়ত নাকান্দিবিচোন। কান্দোন অমঙ্গলৰ চিন। মৌজাদাৰ দেউতাই আহিবৰ সময়ত এইয়া পাঁচশ টকা দিছিল। এইয়া ল।

ৰূপাই বালা মেদুৰ বুকুতে সোমাই পৰিল। তাইৰ গাৰ কাপোৰ-কানি মেদুৰ হাততে লাগি আহিল। মেদুৱে তাইক দাং কোলা কৰি বিছনাত শুৱাই দি ৰূপাইৰ গালতে এটা কামোৰ মাৰি দিলে।

: মেদুকাই ! হাতী আনিলো। বস্তাটো উলিয়াই দে। — মাউতৰ চিঞৰ।

নিচেই পুৱাতে মেদু ফান্দীয়ে ৰূপাই বালাৰ পৰা বিদায় ললে। আজ ৰিকাটা মহললৈ যে আৰু এদিনৰ বাট। গৈয়ে প্ৰথমতে মহলৰ ওচৰৰ গাঁৱত ছাউনী পাতিব লাগিব।

++ ++ ++

ইফালে গড়পোটা মৌজাৰ মৌজাদাৰ জয়ন্তকান্ত গোস্বামীৰও চুবুৰীয়া ৰাজ্যৰ ফান্দী আহি পালে। গড়পোটা মৌজাৰ মৌজাদাৰে হাতীৰ মহল পাইছে গাৰো পাহাৰৰ নামনিত থকা ৰামচাহী মহল। জয়ন্তকান্ত গোস্বামীৰ ইলাহি কাৰ্বাৰ। তেওঁ নিজৰ ফালৰ পৰাই হাতী পঠিয়াইছে তিনিটা। আটাইবোৰেই চিকাৰী হাতী। চুবুৰীয়া ৰাজ্যৰ পৰা অহা ফান্দীৰ বাবে বিশেষ একো যোগাৰ কৰিবলগীয়া নহ'ল।

ৰামচাহীৰ ওচৰতে যুলবাৰীত কেম্প কৰিলে। হাতী পাহাৰৰ পৰা নামি আহে। হাতীৰ জাক। এইজন ফান্দী খেদা চিকাৰত ভাল বুলি খ্যাতি আছে। এইজন চিকাৰীয়ে দুটা কুনকুী লৈ চাহানৰ মাজত সোমাই গ'ল। চাহান হ'ল হাতীৰ জাক। হাতীৰ জাকত মখনা হাতীটো সকলোৰে আগত যায়। পিছে পিছে আনবোৰ।

চিকাৰী হাতী দুটা বনৰীয়া হাতীৰ মাজত সোমাই পৰিল। চিকাৰী হাতীৰ, এটাৰ পিঠিত ফান্দী, আনটোৰ পিঠিত ফান্দীৰ সহায়কাৰী মাউত। সিহঁতে নিৰীক্ষণ কৰিছে। সুযোগ চাইছে — কোনটো বনৰীয়া হাতীৰ গলত ফান্দ মাৰিব পাৰি। মখনা হাতীটোৱে নেদেখাকৈ সিহঁত সোমাই পৰিছে হাতী জাকৰ মাজত। অকণমানি, মাকৰ গাখীৰ খাই থকা হাতী পোৱালি ধৰাটো মানা। ধৰিব নোৱাৰে। ধৰিব লগীয়া হাতীৰ জোখ-মাপ আছে। এই মাপ আন্দাজতে হয়। সেয়ে পাঁচ ফুটী হাতীৰ সন্ধান কৰিছে। ছয় ফুট হ'লেও কথা নাই।

লাহে লাহে সিহঁত চিকাৰ কৰিব খোজা বনৰীয়া হাতীৰ কাষ চাপিল। সুযোগ চাই ফান্দীয়ে ফান্দ মাৰিলে। ফান্দৰ ৰছী গৈ চিকাৰ কৰিব খোজা হাতীৰ মূৰৰ ওপৰত পৰিল। তাৰ শুঁড়ডাল কোঁচাই দিলত ফান্দ লৈ ডিঙিতে মেৰ খাই ধৰিলে। চিকাৰী হাতীয়ে লাহে লাহে ৰছী টান টিলা কৰি বনৰীয়া হাতীটোক কাষ চপাবৰ চেষ্টা কৰিছে। লগে লগে, লাহে লাহে ফান্দত পৰা হাতীটোক চাহানৰ পৰা উলিয়াই অনাৰ চেষ্টা।

হাতীৰ জাক আগবাঢ়ি গৈ আছে। চিকাৰী হাতী দুটা আৰু ফান্দ মাৰা বনৰীয়া হাতীটো লাহে লাহে পিছ পৰি চিকাৰী হাতী দুটাৰ মাজত সোমাই পৰিছে। ফান্দত বান্ধ খোৱা বনৰীয়া হাতীটো লগৰ লগত গৈ থকা বুলি ভাবি গৈ আছে।

এটা নদীৰ কাষ চাপিল। হাতীৰ জাকটো পানী খাবলৈ নদীৰ গৰাত নামি গ'ল। ফান্দীৰ নির্দেশত চিকাৰী হাতী দুটাই এইখিনিতে বনৰীয়া হাতীটোক টানি ধৰিলে। ফান্দী আৰু মাউত চিকাৰী হাতীৰ পিঠিত। বনৰীয়া হাতীটোক টানি ধৰাত সি চিঞৰিবলৈ ধৰিলে। তাক আৰু জোৰেৰে টানি চোচোৰাই অনা হ'ল। চিকাৰী কুনকুনী হাতী দুটাই তাক ফান্দৰ ৰছীত ধৰি টানিছে। সিহঁতৰ মাজত সুমুৱাই লৈছে। তাৰ বুকুৰ তলেৰে ৰছী গৈ গাটো বান্ধি পেলাইছে। সি চিঞৰত গগণ ফালিছে।

বনৰীয়া হাতীৰ দলপতি মখনাটোৱে ফান্দত পৰা হাতীটোৰ চিঞৰ শুনি পানী-যুঁৰলিৰ পৰা ঘূৰি চাইছে। লগে লগে শুঁড়ডাল ওপৰমুৱাকৈ দাঙি ধৰি এটা দীঘলীয়া আটাহ পাৰিলে। বননীখন বজনজনাই গ'ল। বিপদৰ আগজাননী।

লগে লগে গোটেইজাক বনৰীয়া হাতীয়ে খেদি আহিল— চিকাৰী হাতী দুটালৈ ।

ফান্দীয়ে কথা বিষম দেখি চিকাৰ এৰি দিলে। বনৰীয়া হাতীটো মুক্ত হ'ল যদিও হাতীৰ জাকটোৱে সিহঁতলৈ চোঁচা ললে। লগে লগে চিকাৰী হাতী আৰু বনৰীয়া হাতী সমুখা- সমুখি যুদ্ধত অৱতীর্ণ হ'ল। যুদ্ধ চলি থাকোতেই এপাকত মখনাটোৱে মাউতজনক শুঁড়েৰে টানি নি আছাৰি চিৰাচিৰ কৰি পেলালে। ফান্দীয়ে চিকাৰী হাতীৰ পিঠিৰ পৰা জাপ মাৰি আন এটা বনৰীয়া হাতীৰ পিঠিৰ ওপৰতে পৰিল। বনৰীয়া হাতীটোৱে তাক শুঁড়েৰে পিঠিৰ পৰা টানি আনিবলৈ চেষ্টা কৰিছে। চাহনটোৰ মাজত বনৰীয়া হাতী আৰু চিকাৰী হাতীৰ চিঞৰত তাল আফাল লাগিল। কোনোবা এটা পলকত ফান্দীটোৱে জাপ মাৰি মাটিত নামিল। মাটিৰ পৰা সি দৌৰি পলাবলৈ ধৰিলে। সি দৌৰি দৌৰি গৈ ওচৰৰে দীঘল গছ এজোপাত উঠিল। জংঘলৰ মাজৰ গছ। বনৰীয়া হাতীৰ জাকটোৱে পিছে পিছে খেদি গ'ল। গছজোপা শুঁড়েৰে মেৰিয়াই ধৰিলে। গছ জোপাৰ গুৰিতে সিহঁতে প্ৰস্ৰাৱ কৰিছে আৰু গছজোপা উভালিবৰ চেষ্টা কৰিছে। চিকাৰী হাতী দুটা অদূৰত অসহায়ৰ দৰে থিয় হৈ থাকিল।

দলপতি মখনাই যি কৰিছে হাতীৰ জাকটোৱেও তাকেই কৰিছে। সিহঁতে ফান্দী উঠি থকা গছজোপা বগাবলৈ চেষ্টা কৰিছে। ফান্দীয়ে গছজোপাৰ ওপৰত জোৰেৰে সাৱটি ধৰিছে।

এসময়ত গছজোপা লৰিবলৈ ধৰিলে। গছজোপা সামান্য হলা যেন লাগিল। ফান্দীয়ে গছজোপাৰ ওপৰতে ভয়ত তত হেৰুৱাইছে। কি কৰা যায়? গছডাল লাহে লাহে মাটিলৈ হালি আহিব ধৰিছে। তথাপি, বিপদত ধৈৰ্য্য নেহেৰুৱালে বুদ্ধি ওলায়। তাৰ গাত থকা কাপোৰখিনি খুলি ললে। গছজোপাৰ ওপৰতে সি সম্পূৰ্ণ নাঙঠা হ'ল। তাৰ পিছত কাপোৰখিনিৰ টোপোলাটো গছৰ ওপৰৰ পৰাই দূৰলৈ দলি মাৰি দিলে। কাপোৰৰ টোপোলাটো গৈ আন এডাল গছৰ ডালত লাগি ধৰাত বনৰীয়া হাতীৰ জাকটো সেইজোপা গছলৈ ঢাপলি মেলিলে। আকৌ সেইজোপা গছত আৰম্ভ হ'ল অত্যাচাৰ। গছজোপাৰ গুৰিত প্ৰস্ৰাৱ কৰে আৰু গছজোপা শুঁড়েৰে মেৰিয়াই উভালি পেলাবলৈ যত্ন কৰি থাকোতেই নাঙঠা ফান্দী গছৰ পৰা নামি আহি পলাই পত্ৰং দিলে। হাতীৰ জাকটো ইজোপা গছৰ লগত যুঁজি থাকিল।

বনৰীয়া হাতীৰ জাকটো আনজোপা গছত কোভৰ পোটক তোলাত লাগিল। কাৰণ কাপোৰ যে অকল মানুহ নামৰ প্ৰাণীটোৰ গাতহে থাকে।

এই ঘটনা মৌজাদাৰ জম্ভ্ৰকান্ত গোস্বামীক ক'বলৈ কোনো নাছিল। তেওঁ মাথো আপেক্ষা কৰি আছে — কোন দিনাখন বনৰীয়া হাতী ধৰাৰ শুভ সংবাদ পায়। প্ৰতিবেশী ৰাজ্যৰ ওস্তাদ ফান্দী লাজে অপমানে মৌজাদাৰৰ ওচৰত মুখ নেদেখুৱাও বুলি উধাও হ'ল।

পাছদিনাখন ৰাতিপুৱালেকে কুনকুনী, ফান্দী, মাউত কোনো খুৰি নহাত কেম্পত থকা সকল মহা বিপাঙত পৰিল। সিহঁতে আকৌ এটা দিন বাট চালে। নাই। নাই যে নাই ঘৰচীয়া হাতী দুটাৰো দেখা-দেখি নাই। যদি মাউত আৰু ফান্দীৰ কিবা অঘটন ঘটি মৃত্যু হৈছে তেনেহ'লে চাগে ঘৰচীয়া হাতী দুটাও বনৰীয়াৰ লগ লাগি আকৌ বনৰীয়া তেজে উক দিছে। কেম্পৰ মানুহখিনি দিহা দিহি গ'ল।

দিন গৈ থাকিল মানে জম্ভ্ৰকান্ত গোস্বামীৰ মন আনন্দত অধীৰ হৈ আহিবলৈ ধৰিলে। উতল-থুতল মন লৈ পোন্ধৰটা দিন অতিবাহিত কৰিলে। নতুন হাতী আহি পাবৰ হৈছে। গণেশ পূজাৰ আয়োজন কৰিছে। তেওঁৰ চোতালত যে কমেও ছয় সাতটা হাতী থিয় হ'ব। তেওঁক অভিনন্দন জনাব।

বিশ দিন পাৰ হ'ল। কাৰো দেখা-দেখি নাই। পঁচিশ দিন পাৰ

হ'ল— কোনো খা-খবৰ নাই। গড়পোটা মৌজাৰ মৌজাদাৰ ভদ্ৰকান্ত গোস্বামীয়ে ৰামচাহী মহললৈ মানুহ পঠিয়াবলৈ চিন্তা কৰিলে। অহকাণে-পহকাণে কিবা-কিবি শুনিছে যদিও সেইয়া হৰিহৰ চৌধুৰীৰ 'বতাহ' বুলিয়ে কাণসাৰ নিদিলে।

++ ++ ++

আনফালে মেদু ফান্দীয়ে এদিন কুনকুনী জয়মালাক লগত লৈ আজাৰকাটা অঞ্চল এনেয়ে ঘূৰি আহিল। ওচৰৰ সৰু সৰু গাঁওবোৰত থকা মানুহৰ পৰা বনৰীয়া হাতীৰ গতি- বিধি সম্পৰ্কে বুজ ল'লে। তাৰ পিছত হাতীৰ চাহান অহা বাটত কোন সময়ত কোনখিনি জেগাত চাহানৰ চিকাৰ ধৰিব তাৰো এটা পৰিকল্পনা কৰি ল'লে।

হাবিৰ মাজলৈ সঘনে গৈ থকা স্থানীয় মানুহৰ লগত কথা পাতিলে। পাহাৰৰ নামনি অঞ্চলতে থকা তৰা গছ খাবৰ বাবে বনৰীয়া হাতী পাহাৰৰ পৰা নামে। হাতীৰ দলটোত কেবাটাও পোৱালি হাতী আছে যদিও প্ৰায় চাৰে পাঁচ ফুটী হাতী কেবাটাও আছে। মখনা দঁতালবোৰ আগে আগে আহে, লগত থাকে পোৱালিবোৰ। পিছে পিছে আহি থাকে মজলীয়াবোৰ।

বনৰীয়া হাতী ধৰিলেওতো নহ'ব।ওথ-পাখই মিলিলেও নহ'ব।সুলক্ষণীয়া হাতীহে ধৰিব লাগিব। বগা তালুৰ হাতীৰ লক্ষণ ভাল। তাতে আকৌ যদি ভৰিৰ নখ ছয়টা হয় তেনেহ'লে সেইটো হাতী সুলক্ষণীয়া, লক্ষ্মী হাতী। গাভিনী হাতী নাইবা নতুনকৈ পোৱালি দিয়া হাতী ধৰিব নালাগিব। হাতীৰ চাহানৰ মাজত সোমাই লৈ হাতী চিনিব লাগিব। ফান্দী পটু হ'লেই ন'হ'ব। ফান্দীয়ে হাতী চিনি পাবও লাগিব। বনৰীয়া হাতী অদূৰৰ পৰা চিনাক্ত কৰিব জানিব লাগিব। তাৰ পিছতহে ফান্দ মাৰাৰ কথা আহিব।

আজাৰকাটা হাতী মহলৰ ঠাই জৰীপ কৰি উঠি মেদু ফান্দী সন্তুষ্ট হ'ল। সি কেম্পত নিশা ফান্দ মৰা ৰছীবোৰ আকৌ পৰীক্ষা কৰি চালে। কুনকুনীৰ পিঠিত সি থাকিব। সহায়কাৰী মাউতজন থাকিব কুনকুনীৰ পিঠিৰ পিছফালে।

কালিলৈ ৰাতিপুৱাতে সিহঁতে যাত্ৰা আৰম্ভ কৰিব। বনৰীয়া হাতীৰ জাক নামি অহা জেগাৰ অলপ আঁতৰতে আঁৰ লৈ সিহঁত বৈ থাকিব।

কথামতে কাম। বেলি দুবৰ ওপৰত উঠিল। মেদুফান্দী, মাউত কুনকুনী জয়মালাৰ পিঠিত উঠি নিৰ্দিষ্ট ঠাইত বৈ আছে।

সময়ত দেখা গ'ল গোধূলিৰ ধূলি উৰুৱা দি ধূলি উৰুৱাই পাহাৰৰ

আকৌ, পিচলৈ পৰিব লাগিলে সৰ্বনাশ কৰিবি। সময় ব্যতিৰেকে কুনকুনীক দৌৰাই দিম। আকৌ কোনো সময়ত হঠাৎ বৈ যাব। ভয় নকৰিবি। মই নমৰালৈকে তই নমৰ।

মেদু ফান্দীয়ে কুনকুনীক আগুৱাই নিলে। ফান্দীৰ ৰছীৰ মেৰপেঁচবোৰ অকৌ এবাৰ পৰীক্ষা কৰি চালে। থিকে আছে। সি ফান্দৰ ৰছীডাল কপালত লগাই সেৱা কৰিলে।

কুনকুনী বেগাই আগবাঢ়িছে।

বনৰীয়া হাতীৰ চাহান গৈ তৰাণিত সোমাই পৰিছে। একেবাৰে পিছত আছে তিনিটা হাতী। আনুমানিক জোখে মাপে মিলিছে।

কুনকুনী বেগাই খোজ দিছে।

এইয়া বনৰীয়া হাতীৰ একেবাৰে সমীপত।

তৰাণিৰ মাজত মখনা, দঁতাল আটাইবোৰ। তৰাণিৰ মাজত পোৱালিবোৰ লুকাই পৰিছে। মজলীয়াবোৰে আনন্দতে বালি মাটিবোৰ শুঁড়েৰে খান্দিলৈ পিঠিলৈ মাৰি পঠিয়াইছে।

কুনকুনী সিহঁতৰ একেবাৰে কাষ চাপিছে।

মেদু সাজু । এই ফান্দ মাৰো মাৰো অৱস্থা।

ফান্দ মাৰিলেই। লগে লগে ফান্দৰ ৰছীয়ে এটা বনৰীয়া হাতীৰ গলত মেৰিয়াই ধৰিলে। মেদু ফান্দীয়ে লাহে লাহে ৰছীডালৰ দুই মূৰ কুনকুনীৰ পিঠিৰ ৰছীৰ লগত এনেদৰে বান্ধি পেলালে যেন বনৰীয়া হাতীটো অকণমান আতঁৰলৈ যাব খুজিলেই ৰছী ঢিলা কৰি দিব পাৰে আৰু দৰ্কাৰ হ'লে টানি আনিবও পাৰে।

বনৰীয়া হাতীটোৱে অস্বস্তি অনুভৱ কৰি আঁতৰিবৰ চেষ্টা কৰিছে। কুনকুনীয়ে টানি ধৰিছে। ইফালে বেলি পাতত বহিছে। মেদু ফান্দীয়ে শিকাই দিয়া অনুসাৰে মাউত হাউৱে জুইৰ মহলা জ্বলাই দিলে। জুই দেখি বনৰীয়া হাতীৰ পালটো পলাবলৈ আৰম্ভ কৰিলে। চিঞৰ - বাখৰ কৰি আটাইবোৰ হাতী অহা বাটেৰে পলায়ন কৰিছে। কোনেও কাৰো ফালে চাবৰ সময় নাই। জুইৰ মহলাই যেন সকলো সৰ্ব্বনাশ মাতি আনিব। বনৰীয়া হাতীয়ে চিঞৰত গগন ফালিছে। সেই সুযোগতে মেদুৱে ফান্দত লাগি থকা বনৰীয়া হাতীটোক কুনকুনীৰ নিচেই কাষলৈ টানি আনিলে। চাবে পাঁচ ফুটী হাতী। শিশু চিঞৰিছে। মেদুৱে খুৱকীখনেৰে

আকৌ। অহা বছৰ হাতী ধৰাৰ আগে আগে বিক্ৰী কৰিব। হাবিৰ গছ কটা ডাঙৰ ডাঙৰ ঠিকাদাৰৰ ওচৰত বিক্ৰী কৰিব আকৌ।

সৌটো। সৌটো যে দেখিছ, সৌটো মখনা। মখনাৰ দাঁত চুটি। মাজৰ জনী চাৰেং। মাইকী হাতী। বাকী দুয়োটাই দঁতাল। মস্ত মস্ত দাঁত ওলাই আছিব। ইহঁত দুটাৰ দাঁত ওলাই আহিলে দেখিবি নহয়? ডাঙৰ ডাঙৰ দাঁত। এতিয়া বয়স কম আছে যাবেহে ভালদৰে দাঁতবোৰ ওলোৱা নাই।

পিঠিৰ ফালে গেঞ্জীটোৰ একাল নোহোৱা জনে ক'লে,— হাতীবোৰ বান্ধি থোৱাৰ দৰে আমাকো মৌজাদাৰ দেউতাই মৰমেৰে টকা-পইচা ধাৰলৈ দি বান্ধি থৈছে দে। দেউতাইহে আমাৰ পেটবোৰত কেচু-কুমটিবোৰ জীয়াই ৰাখিছে। পেট কামুৰিলেই মৌজাদাৰ দেউতাৰ ওচৰলৈ আহিব।

ছয়টা হাতীৰ ছয়টা মাউত ঘাঁহ পানী দিওঁতেই ব্যস্ত। মাজে মাজে গাঁৱৰ মাজেৰে ফুৰাবলৈ নিয়ে। সৰু সৰু ল'ৰা-ছোৱালীবোৰে উদং গাবে কংকালৰ গামোচাখন এখন হাতেৰে খামুচি ধৰি যৰৰ ভিতৰৰ পৰা ওলাই আহে। হাতীৰ পিছে পিছে দৌৰে। সিহঁতে গায় —

হাতী ঐ হাতী
গামোচা গল ফাটি
বানপানীত ডুবি থাকে
আমাৰ ঐ ভেটি॥
হাতী ঐ হাতী
ভোকত আমি কল খাওঁ
আমাকো নে মাতি॥

তেনেদৰে দৌৰোতে কোনোবাটো দুবৰিবনৰ ওপৰতে হামকুৰি খাই পৰে। হাতীয়ে ঘূৰিকে নাচায়। বাঁটৰ কাষত থকা কলগছ, বাঁহজোপৰ পাত মহুতিয়াই খায়। গাঁৱৰ মাজেৰে ঘূৰাই আনি হাতী আকৌ আগৰ ঠাইতে বান্ধে।

হাতীৰ খাদ্য যোগাবলৈ আছে এজন ঘাঁহী। তাৰ কাম হ'ল বান্ধি থোৱা থাকিলে সি সময়মতে দানাপানী যোগান ধৰিব লাগে।

মৌজাদাৰ হৰিহৰ চৌধুৰীক হাতীবোৰ গটাই দি যেদু কাশ্যীয়ে টকা এছেজাৰ লৈ ঘৰলৈ বাওনা হ'ল। সি গৈ গৈ নিজৰ ঝুপুৰিটোত

সোমাল। বনৰীয়া হাতী ধৰি অনা বাবে হৰিহৰ মৌজাদাৰৰ যিমান আনন্দ, মেদু ফান্দী ঘৰলৈ ওভতি অহা বাবেও ৰূপাই বালাই সিমান আনন্দ পাইছে। মেদু ফান্দী চিকাৰলৈ যোবাৰ দিন ধৰি তাইৰ বুকুখনে ধান বানি আছিল। শেতেলীৰ গাৰু-টো বুকুত চেপি ধৰিও তাই সেই বুকুৰ ঢপঢপনি কমাব পৰা নাছিল। আজিহে যেন তাইৰ বুকুৰ উশাহখিনি ভালদৰে টানিব পাৰিছে।

\+ +

হাতী ধৰাৰ আনন্দতে আৰু মৌজাদাৰ ভদ্ৰকান্ত গোস্বামীক এসেকা দিয়াৰ গৌৰবতে আগডলা মৌজাৰ হৰিহৰ চৌধুৰীয়ে এটা ডাঙৰ ভোজৰ আয়োজন কৰিলে। পাঁচ গঞাক মাতি সেই ভোজ খুৱাব। ভোজৰ কথা প্ৰচাৰ হ'ল। চাৰিটা শিঙাল পহু। দহ্ বাৰটা খাহী ছাগলী। ভোজ বান্ধিবৰ বাবে দহ্ বাৰটা জুই ধৰা চৌকা। পঞ্চাশজন ৰান্ধনি, বিলনীয়া। সেইদৰে মৌজাদাৰৰ আহল-বহল চোতালৰ মাজতে এই ভোজৰ আয়োজন চলিল। পহু, ছাগলীৰ মাংসৰ লগতে মাছ কাছ আদি বাছি ধুই ভোজৰ আয়োজন। যেন মৌজাদাৰ হৰিহৰ চৌধুৰীৰ বহি মুতিবলৈকে সময় নাই।

পুৱে পাহ্ ফটাৰ আগৰে পৰা চৌকা জ্বলাবলৈ আৰম্ভ কৰিছে। ৰান্ধনিয়ে বিধে বিধে ব্যঞ্জন তৈয়াৰ কৰাত ব্যস্ত হৈ পৰিছে। বিশমোন চাউলকে সিজাব। লাগিলে আকৌ সিজাব। তথাপি কোনেও নোখোৱাকৈ যাব নোৱাৰে।

ৰাতি পুৱাবে পৰা মানুহৰ সোঁত বৈছে। মৌজাদাৰে গুড়গুড়ী হোকা টানে আৰু চিঞৰ এটা মাৰি কাৰোবাক কিবা এটা নিৰ্দ্দেশ দিয়ে। মেদু ফান্দীও নিমন্ত্ৰণ ৰক্ষা কৰিবলৈ ঘৰৰ পৰা আহি পাইছেহি। মৌজাদাৰ দেউতাক সেৱা জনাই ভিতৰ চোতালৰ কোণ এটাত বহি থাকিল। লগত মাউত কেইজন। হাতীক ঘাঁহ্ পানী দিয়া দায়িত্বজ্ঞানহীন ঘাঁহী ল'ৰাজনো সিহঁতৰ মাজতে বহি পৰিল।

সিহঁতে মাজে মাজে চোতালৰ কোণটোত ঢাৰি পাৰি বহি থকাৰ পৰাই গল মেলি আগচোতাললৈ চাবৰ চেষ্টা কৰিছে। চহৰৰ পৰা ডাঙৰ ডাঙৰ নেতা, বিয়াগোম বিষয়া আহিছে। মৌজাদাৰ দেউতাক অভিনন্দন জনাইছে। খানা খাইছে আৰু মটৰেৰে গুচি গৈছে। আনফালে চামিয়ানাৰ তলত গাঁৱৰ মানুহবোৰে নিজে নিজে পাত পাৰি লৈছে। উদৰ পূৰাই খাইছে আৰু গুচি গৈছে। সিহঁতবোৰক মাত এষাৰ দিবলৈ মৌজাদাৰ

বনৰীয়া হাতীটোৰ মূৰত কেইটামান ঘাপ মাৰিলে। সি চিএৰিছে। মূৰত খুৰকীৰ ঘাপ লাগি সি হাবিৰ মাজত জলক-তবক দেখিছে। লগৰ হাতীবোৰ নোহোৱা হোৱা বাবে সি বাট হেৰুৱাইছে। সি কোনফালে যাব লাগিব নিজেই কব নোৱাৰা অৱস্থা। বনৰীয়া হাতীটো কুনকুনীৰ গায়ে গায়ে বান্ধ খাই পৰিল।

কুনকুনীয়ে যি ফালেই টানি লৈ গৈ আছে সেইফালেই বনৰীয়া হাতীটোৱে খোজ দিছে। গুঁড়ডাল ওপৰলৈ তুলিলেই মেদু ফান্দীয়ে অঙ্কুচ ডালেৰে কোব মাৰি দিয়ে। খুৰকী খনেৰে মূৰত ঘাপ দিয়ে। এই ঘপিওৱা কাম বেলি ডুবাৰ আগতে কৰিব লাগিব। বেলি অস্ত যোৱাৰ পিছত ঘপিয়ালে হাতীৰ ঘা নুশুকায়। এই কথা মাউত ফান্দীবোৰে জানে।

বনৰীয়া হাতীটো টানি আনি ধুৰাত বান্ধি থোৱা হ'ল। ধুৰা হ'ল বনৰীয়া হাতীৰ প্ৰশিক্ষণ দিয়া ঠাই। ইয়াতে হাতীটোৰ পিঠিত প্ৰকাণ্ড লোহাৰ শিকলিৰে বন্ধা হয়। আগ ঠেং পিছ ঠেং জুটিয়াই বন্ধা হয়। ইয়াতেই বনৰীয়া হাতীৰ বনৰীয়া তেজ মাৰি সম্পূৰ্ণ বশ কৰা হয়। ধুৰাত থকা সময়ত খাদ্য খুউব কম পৰিমাণে যোগান ধৰা হয়। যিখিনি খাদ্য নহলে নহয় তাৰ বাহিৰে একো বস্তু খাবলৈ দিয়া নহয়। ধুৰা সাধাৰণতে জঙ্গলৰ ওচৰৰ, মানুহৰ কম বসতি অঞ্চলতে পতা হয়। কিয়নো প্ৰশিক্ষণত থকা হাতীয়ে যাতে কোনো মানুহকে অনিষ্ট কৰিব নোৱাৰে তাৰ প্ৰতি সচেতন হৈহে ধুৰাৰ স্থান নিৰ্ণয় কৰা হয়। তদুপৰি বনৰীয়া হাতীক প্ৰশিক্ষণ দিওঁতে যি অত্যাচাৰ চলোৱা হয় তাক সৰ্বসাধাৰণ মানুহৰ চকুৰ আঁৰত ৰাখিহে কৰা হয়।

গজালি চিকাৰ কৰিবলৈ পোন্ধৰ দিনৰ পৰা এমাহ পৰ্যন্ত সময় পায়। এইখিনি সময়ৰ ভিতৰতে বনৰীয়া হাতী ধৰিব লাগে।

ধুৰাত বান্ধি লোৱাৰ পিছত বনৰীয়া হাতীটোক মাউতৰ ভাষা শিকোৱা হয়। "যুগ যুগ" বুলি ক'লে সি আগৰ ঠেং এখন জখলাৰ দৰে খাপ খাপ কৰি দাঙি দিব লাগে। মাউতে সেইটো দেখুৱাই দিব পাৰে। "তেৰে তেৰে" বুলি ক'লে হাতী একাষৰীয়াকৈ ৰাগৰি দিব লাগে। কোনো এটা বস্তু গুঁড়েৰে পকাই ধৰাৰ পাছত বস্তুটো এৰি দিব লাগিলে "বিৰি বিৰি " বুলি কয়। খোজ কাঢ়ি গৈ থকা হাতীটো থিয় হ'ব লাগিলে মাউতে " ধাঁত ধাঁত" বুলি কয়। "বৈত বৈত"বুলি ক'লে হাতীটোৱে

চাৰিখন ঠেং কোঁচাই আঠু কাঢ়িব লাগে। "বল বল" বুলি ক'লে হাতীয়ে শুঁড়ডাল ওপৰমুৱাকৈ দি চিঞৰিব লাগে। " আগেত আগেত" বুলি ক'লে হাতী আগবাঢ়ে।

এই আটাইবোৰ শিকনি দিয়া হয় বৰ কষ্টেৰে। কেতিয়াবা অসাবধানতাৰ ফলত মাউতৰ প্ৰাণ হানি হোৱাৰো আশঙ্কা থাকে।

হাতীৰ প্ৰশিক্ষাত তন্ত্ৰ-মন্ত্ৰৰো প্ৰভাৱ আছে। চিকাৰী কুনকুনী দুটাৰ মাজত প্ৰশিক্ষণ লৈ থকা বনৰীয়া হাতীটোক বান্ধি খোজ কঢ়াই লৈ ফুৰ-বা হয়। তাক জাতত তুলিবলৈ ফান্দীয়ে তাৰ নেজডাল দুই হাতেৰে পিহি পিহি পিছে পিছে মন্ত্ৰ মাতি গৈ থাকে। এই মন্ত্ৰটো ফান্দীবোৰে আন কাকো নিশিকায়। কেৱল ফান্দী হ'ব খোজা পাকৈত মাউত বোৰকহে এই মন্ত্ৰ খুউব গুপুতে শিকোৱা হয়।

বনৰীয়া হাতীটো জাতত উঠাৰ পিছত তাৰ গলত গলচা লগোৱা হয়। মাউতে গলচাৰ দুইফালে ভৰি সুমুৱাই দুই ভৰিৰ বুঢ়া আঙুলিৰ টিপেৰে হাতীটোক সোঁফালে বাওঁফালে ঘূৰাব পৰা হয়। এইখিনি সময়তে মাউতজনে হাতীটোক বৰ মৰম কৰে। গা পিহি দিয়ে। শুঁড়েৰে তুলি লব [illegible]খা বস্তুটোও মাউতে হাতেৰে খুৱাই দিয়ে। মাটিমলা, জিউমলা আদি একোটা নামও দি লয়। নামটো উচ্চাৰণ কৰি কৰি তাৰ শুঁড়ডাল হাতেৰে পিহি দিয়ে। হাতী সম্পূৰ্ণ প্ৰশিক্ষণপ্ৰাপ্ত হলেও দুই তিনি বছৰলৈ চিকাৰলৈ নিনিয়ে। সেই সময়লৈকে হাতী বনৰীয়া গুচি ঘৰচীয়া হলেও কুনকুনী হোৱাৰ যোগ্য নহয়।

ধুবাৰ ওচৰতে কেম্প। চাৰিদিন পিছতে কেম্পৰ পৰা মেদু ফান্দী আকৌ ওলাল চিকাৰলৈ। এইবাৰ পথ সলনি কৰিব লাগিব। কিয়নো কেইদিনমান আগতে যি ঠাইত বনৰীয়া হাতীয়ে ভয় খাই গৈছে সেই ঠাইলৈ অন্ততঃ ছয় সাতদিন আৰু নাহে।

মেদু ফান্দীয়ে নতুন পথৰ জৰীপ কৰি উলিয়ালে। বনৰীয়া হাতীৰ পাল পাহাৰৰ পৰা খিৰেই নামি আহে। কিন্তু নামনিৰ সমান ঠাইত সিহঁতে সুৰক্ষিত অঞ্চলত বিচৰণ কৰি ফুৰে। তদুপৰি এটা হাতীৰ মহলত যে এটা চাহান থাকে তেনে নহয়। একোটা মখনা, দঁতালৰ লগত বেলেগ বেলেগ হাতীৰ পাল থাকে। যেন সিহঁতৰ একো একোটা সুকীয়া পৰিয়াল।

মেদু ফান্দীয়ে গম পালে ঃ পাহাৰৰ পৰা দক্ষিণ ফাললৈ নামি অহা

নদীটোৰ সমতল অঞ্চলত বনৰীয়া হাতীৰ পালে গা ধোৱে। খৰস্রোতা নদীটোত কেৱল শিল। সৰু সৰু শিলেৰে ভৰা নদীৰ সমতল অঞ্চলত সি কালিলৈ চিকাৰ কৰাৰ কথা ভাবিলে। সুবিধা কৰিব পাৰিলে এইবাৰ দুটা বনৰীয়া হাতীলৈ ফান্দ মাৰি দুইটাকে ধৰি বান্ধিব। এই মন্ত্ৰসাহসৰ কিটিপ সি পাইছে। ভাল চিকাৰীয়ে সদাই জেগাৰ গুৰুত্ব দিয়ে। চিকাৰ এটা ধৰিলেই নহব, চিকাৰ ধৰাৰ পিছত সম্ভাব্য ঘটনা খিনিকো চম্ভালিব পাৰিব লাগিব। চিকাৰ কৰিব খোজা জন্তুৰ গতি প্ৰকৃতি খিতাতে বুজ লৈ উপস্থিত বুদ্ধিৰে কাম চলাই যাব লাগিব। মেদু ফান্দীয়ে এনেধৰণৰ কথা আগৰ পৰাই চিন্তা কৰে।

কথামতে কাম। দুপৰীয়া হাতীৰ জাক নামি আহিছে। এৰেকেই এজ াৰকাটা মহল। তৰাণিৰ সেই অঞ্চলটো বাদ দি নৈখনে হ'ল তাৰ আশ্ৰয়।

জাৰণিৰ আৰ লৈ বৈ আছে কুনকুনী। কুনকুনীৰ পিঠিত মেদু ফান্দী আৰু ৰজত মাউত। হাতত হাতী বন্ধা ডাঙৰ ৰছী। ৰছীৰ ফান্দ।

বনৰীয়া হাতীৰ জাক পাহাৰৰ পৰা নামি আহিছে। সময় দুপৰীয়া। মখনাৰ পিছে পিছে দঁতাল হাতী কেইটামান। শাৰী পাতি আহি আছে। সিঁহতৰ লক্ষ্য হ'ল নৈখন। চাৰিদিন আগতে তৰাণিৰ মাজত পোৱা হাতীৰ জাকটো যেন নালাগিল। কাৰণ সেইটো চাহানত অছিল প্ৰায় বাৰ চৈধ্যটামান হাতী। আজিৰ জাকটোত কমেও কুৰিটামান হব। চাহানত হাতীৰ সংখ্যা যিমানেই বেছি থাকে চিকাৰীৰ বাবে সিমানেই ভাল। সংখ্যাত সৰহ থকা বনৰীয়া হাতীৰ জাকক খিতাতে ঠগাব পাৰি। চিকাৰীৰ বিশেষ কষ্ট নহয়।

সিঁহত পাহাৰৰ পৰা নামি আহি আছে। যেন আকাশৰ শুকুলা মেঘ ফালি স্বৰ্গৰ পৰা ঐৰাৱতৰ আগমন ।এই মোহনীয় দৃশ্য মেদুৱে আগতেও দেখিছে।আজিও এই ৰূপটো নয়ন ভৰি চাই আছে।

একমাত্ৰ মানুহ নামৰ প্ৰাণীটোৱেহে মুখৰ হাঁহিটো মাইৰা চকুত আনন্দৰ জিৰবিৰণি দেখুৱাই বুকুত কন্টিতা লুকুৱাই ৰাখিব পাৰে। এই কাম কেৱল মানুহৰ বাবেহে সম্ভৱ। মেদু ফান্দীও মানুহ। সেয়ে ফান্দী কাম কৰে যেতিয়া তাৰ মনটো সৌন্দৰ্য্যৰ উপাসক হৈ থাকিলেই নহব। সেই সৌন্দৰ্য্যৰ মাজত কদৰ্য্যৰ বিভীষিকা মেলি দি কেনেমতে কাৰ্য্য সমাধান কৰিব পাৰি তাৰহে প্ৰতীক্ষাত বৈ আছে মেদু। তাৰ বুকুত সাহস ওলমি উঠিল। দুগুণ উৎসাহেৰে তাৰ শৰীৰলৈ বল আহিল। ছিঃ, কত নিলাজু

ব্যাঘ্রৰ দৰে সি হাতীৰ পালটোৰ ওপৰত জপিয়াই পৰিবৰ মন গ'ল। তাৰ ৰক্ত ধমনীয়ে বাহুত দিলে অপৰিসীম শক্তি। ৰছীত ধৰি থকা খামোচত তাৰ দুই বাহু ফুলি উঠিল।

মেদুফান্দী সংযত হ'ল। আৰু লাহেকৈ কুনকুনীক নৈখনৰ ফালে আগুৱাই দিলে। লগে লগে কুনকুনী সজোৰে আগবাঢ়িল। হাতীৰ জাক আহি নৈখন পালে। সিহঁত এটা দুটাকৈ পানীত নামিছে। মখনাটোৱে শুঁড়েৰে পানী লৈ মুখত সুমুৱাই দিছে। লাহে লাহে সি নামি গ'ল নদীৰ বুকুত। পিছে পিছে হাতীৰ সমস্ত জাকটো। মেদুৱে কুনকুনীক লৈ অপেক্ষা কৰিছে আন এটা জাৰণিৰ মাজত। দঁতালটোৱে নৈৰ পানী শুঁড়েৰে শুহিলে পানী ছটিয়াইছে পোৱালি হাতীৰ গাত। ইটোৱে সিটোৱে পানী ছটিয়াইছে। তাৰঁ পিছত পানীৰ তলত বাগৰি বাগৰি গা ধুইছে।

ৰৈ থাকোতেই বেলি পৰি আহিল।

মেদুৱে কেৱল সুযোগৰ বাবে অপেক্ষা কৰিছে। সি পিছফালে বহি থকা ৰজত মাউতলৈ এবাৰ চালে। মুখেৰে উচ্চাৰণ কৰিলে 'সাৱধান'। "হুচিয়াৰ"।

- হাতীৰ জাকটো পানীৰ পৰা নৈৰ পাৰলৈ উঠি আহিল। সিহঁতে আকৌ শুঁড়েৰে বালি খান্দি পিঠিলৈ মাৰি পঠিয়াছে। বতাহত ধূলিবোৰ উৰিছে। মখনা, দঁতালবোৰে শাৰী পাতি আকৌ অহা বাটেৰে আগবাঢ়িছে। মেদুৱে এই সুযোগ এৰিব নোৱাৰে। সি গণেশ দেৱতাক স্মৰণ কৰি জাৰণিৰ মাজৰ পৰা ওলাই আহিল। হাতীৰ জাকটো আগবাঢ়ি যোৱাত শাৰীৰ শেষৰ ফালে যোৱা দুটা বনৰীয়া হাতীৰ মাজত তাৰ কুনকুনীক সুমুৱাই দিলে। মেদু আৰু ৰজত কুনকুনীৰ পিঠিতে লিপিত খাই পৰি থাকিল। কুনকুনী কিছুদূৰ এনেদৰে গৈ থাকিল। কুনকুনীয়ে বনৰীয়া হাতী দুটাৰ মাজত এনেদৰে একোবাৰ আগভেটি ধৰে আৰু লগে লগে গৈ থাকে যেন বনৰীয়া হাতীৰ জাকটোৰ সিও এটা। এনেদৰে কিছুদূৰ যোৱাৰ পাছত হাতীৰ জাকটোৰ আগৰবোৰ বেচ কিছুদূৰ আগবাঢ়িল। বহু পিছলৈ বাকি গ'ল কুনকুনী আৰু বনৰীয়া হাতী দুটা। দুয়োটা হাতী হয় যুটভকে অলপ কমহে হ'ব। বেছি নহয়। কুনকুনীয়ে সিহঁতক মৰম চেলাই চেলাই থাকোতে বাতা ভুল কৰাই সিহঁতক কেম্পৰ ফালে লৈ আহিল। কেম্প নহয়। লক্ষ্য হ'ল ধুবাত বান্ধি পেলোৱাহে। সিহঁত গৈ থাকোতেই

মেদুৱে ফান্দ মাৰি এটাক বান্ধি পেলালে। ফান্দ এনেদৰে মাৰিলে যে বনৰীয়া হাতীটোৱে তাৰ গলত মেৰখাই ধৰা ৰছীডাল টানিবলৈকো যত্ন নকৰিলে। ৰছী গৈ শুঁড়ত পৰাৰ লগে লগে শুঁড়ডাল কোঁচাই দিয়ে আৰু ৰছীগে গলত মেৰ খাই ধৰে।

কুনকুনীয়ে লাহে লাহে বনৰীয়া হাতী দুটাৰ গা ঠেলি ঠেলি বেড় কিছু আঁতৰলৈ লৈ আনিলে। এই কায়দা অকল ফান্দীবোৰেহে কুনকুনীৰ হতুৱাই কৰে। বনৰীয়া হাতীয়ে গন্ধেই পাপাই যে সি ইতিমধ্যে তাহানৰ পৰা আঁতৰি আহিছে। দল ভাঙি যোৱা বুলি সিহঁতক কুনকুনীৰ আচাৰ ব্যৱহাৰত জানিবলৈ দিয়া নহয়। এইবিলাক কাম কৰোতে বহু সময় আৰু ধৈৰ্য্যৰ প্ৰয়োজন হয়।

কুনকুনীয়ে ওচৰতে থকা গছৰ ডাল পাত ছিঙি খুৱাওঁতে সৌপুৰাতেই আঁতৰত সাজু কৰি ৰখা আনটো কুনকুনী হাতী মাউতেৰে সৈতে উপস্থিত হ'লহি। এতিয়া একে ঠাইতে চাৰিটা হাতী হ'ল। মুকলি হৈ থকা বনৰীয়া আনটো হাতীলৈ ফান্দ মৰা হ'ল। আৰু লগে লগে উপস্থিত হোৱা কুনকুনীৰ পিঠিত বন্ধা ৰছীৰে বান্ধি পেলোৱা হ'ল।

মেদু ফান্দী আৰু দুজন মাউতে অতি কায়দাৰে দুয়োটা বনৰীয়া হাতীক কুনকুনী দুটাৰ মাজত লৈ গন্তব্য স্থানলৈ আগবাঢ়িল। সিহঁতে খুকনী নাইবা অকুণ ব্যৱহাৰ কৰিবলগীয়া নহ'ল। নাইবা জুইৰ মহলা দেখুৱাই ভয় খুউৱাবো প্ৰয়োজন নহ'ল।

ইতিমধ্যে এন্ধাৰ নামি আহিছে। তাতে আকৌ অৰণ্যৰ এন্ধাৰ আগতীয়া। এন্ধাৰৰ মাজে মাজে সিহঁত আগবাঢ়িছে।

সিঁহত আহি ধুৰাৰ স্থান পালে। যেন দুটা যৱচীয়া হাতী ধৰিহে উলটিছে। এনেবোৰ কায়দা হঁচিয়াৰী ফান্দীয়েহে কৰিব পাৰে আৰু বৰ আনন্দ উপভোগ কৰে। হাতীক ঠগাই ফুচুলাইও কৰায়ত্ত কৰাটো মেদুৰ দৰে পাকৈত ফান্দীৰ বাবেহে সম্ভৱ।

ইয়াৰ পাছত প্ৰশিক্ষণ। ধুৰাত আজিৰ বনৰীয়া হাতীটোৰ সৈতে মুঠ হাতী হ'ল পাঁচটা। গৰু-ছাগলী ধৰি অনাৰ দৰে নতুন বনৰীয়া দুটাইও হাতীৰ পালৰ মাজত থকাৰ দৰেই থাকিল। কোনো গণ্ডগোল নকৰিলে।

হয়দিনৰ পিছত আকৌ চিকাৰ যাত্ৰা। এইবাৰ ধৰি অনা বনৰীয়া হাতী জনী চাবেং। চাবেং মানে হ'ল মাইকী হাতী। গতালি চিকাৰৰ সময়

উকলি যোৱাৰ চাৰিদিন আগতে মেদু ফান্দীয়ে কেম্প ফায়াৰ কৰি মৌজাদাৰ হৰিহৰ চৌধুৰীৰ টোললৈ যাত্ৰা কৰিলে।

চাব্বিশ দিনৰ মূৰত মৌজাদাৰ হৰিহৰ চৌধুৰীৰ টোলৰ আগচোতালত ছয়টা হাতী থিয় হ'ল। চৌধুৰীৰ ঘৰত শঙ্খ ঘন্টা বাজি উঠিল। গণেশ পূজা হ'ল মহাপয়োভৰেৰে।

এই কথা শুনৰ চাৰিখন মৌজাত ৰজনজনাই গ'ল। গড়পোটা মৌজাৰ মৌজাদাৰ ভদ্ৰকান্ত গোস্বামীৰ নাক লুকুৱাবৰ ঠাই নোহোৱা হ'ল। গড়পোটা মৌজাৰ খাৰ নোপোৱা কেলেহুৱাজনৰও ভদ্ৰকান্ত গোস্বামীৰ এই পৰাজয়ত নাক চুটি হ'ল। আগডলা মৌজাত বহা শনিবৰীয়া হাটলৈ যাবলৈ লাজ পোৱা হ'ল। আনকি আগডলা মৌজাৰ ল'ৰা বা ছোৱালীৰ লগত গড়পোটা মৌজাৰ ল'ৰা বা ছোৱালীৰ হবলগীয়া বিয়াও ভাঙিবৰ উপক্ৰম হ'ল। গড়পোটা মৌজাৰ বৰ যাত্ৰীয়ে আগডলা মৌজাৰ কইনা ঘৰত কি সতে বৰ যাত্ৰীৰ ভেম দেখুৱাব? নাইবা আগডলা মৌজাৰ গড়পোটা কইনা ঘৰত ফিটাহি মৰাটো কেনেদৰে সহ্য কৰিব পাৰি বাৰু?

এই শীতল যুদ্ধ চলি থাকোতেই গড়পোটা মৌজাৰ ভদ্ৰকান্ত গোস্বামীৰ ঘৰলৈ [illegible] আহিল বোলে বনৰীয়া হাতীয়ে মাউতক মাৰি চিঁচাচিৰ কৰিলে। ফান্দী ৰামচাহী হাতী মহলৰ পৰা কোনফালে কলৈ পলাল কোনেও গমকে নাপালে। আনকি কুনকুনী চিকাৰী হাতীটোও বনৰীয়া হাতীৰ লগ হৈ গুচি গ'ল। তাৰ পিঠিত বান্ধি থোৱা ৰছীবোৰ বন্ধা ভাবেই থাকি গ'ল। গলৰ গলচো পৰ্য্যন্ত কুনকুনীৰ গলতে গ'ল।

ইফালে মৌজাদাৰ হৰিহৰ চৌধুৰীৰ টোলৰ সন্মুখত ছয়জোপা পমা গছত ছয়টা হাতী। দুটা আগৰ। চাৰিটা নতুন। দেখিলেই মন নাচি উঠে। চাৰি পাঁচখন গাঁও ভাঙি ল'ৰা-ছোৱালী, ডেকা-বুঢ়াৰ জুম। এই হে মৌজাদাৰ। চৌধুৰীৰ ঘৰত চাৰিটাকে হাতী ধৰি আনিছে। আমাৰ মৌজাদাৰহে আচল মৌজাদাৰ। প্ৰতাপী মানুহ এইবোৰক হে কয়। প্ৰতাপেহে খিতাপ আনে। হৰিহৰ চৌধুৰীৰ খিতাপ বাঢ়িছে।

দুই এজন ফুটুতীয়া যুৱকৰ কপালাই কোৱা কুই কৰিলে বোলে আমাৰ পোহনীয়া হাঁহও ছয়জনী নাই। মৌজাদাৰৰ ঘৰত ছয়টাকৈ হাতী। হাতীক খুৱাবলৈ কেনেদৰে কলগছ, বাঁহবন, গছৰ পাত। আৰু কত কি? এইবোৰেৰে চৌধুৰীয়ে বা কি দেখুৱায়? আন এজনে কোৱে — এইবোৰ বিক্ৰী কৰিব

ভোজ খাবলৈ অহা অনেক দুষ্ট ল'ৰাই সিহঁতৰ গালৈ পকা চপৰা দলিয়ালে। শুকান কাঠখৰিৰ ফমুটি মাৰিলে। কলদোনাৰ পৰা সূতা উলিয়াই, দুইমূৰে পিলওটি বান্ধি হাতীৰ পিঠিলৈ দলিয়ালে। ল'ৰাবোৰৰ ৰং তামচাই বান্ধি থোৱা হাতীক বিৰক্ত কৰিলে। সিহঁতে গোটেই দিনটো ভোকে পিয়াহে দুষ্ট ল'ৰাৰ অত্যাচাৰবোৰ সহ্য কৰি গ'ল।

দিনটোৰ উলহ মালহত হাতী লৰোনে থকা কথাটো ঘাঁহীয়ে কাকো জানিবলৈ নিদিলে। নিজৰ দোষ ঢাকি ৰাখি সি তত্তাতৈয়াকৈ টোলৰ পিছফালে বান্ধি থোৱা হাতীৰ ওচৰলৈ গ'ল। কুনকুনী জয়মালাক পিছৰ ঠেঙতে ৰছী এডালেৰে গছত বান্ধি থোৱা আছে। অৱশ্যে তাক নাবান্ধিলেও হয়। কিন্তু ভোজ খাবলৈ অহা কোনোবা দুষ্ট লোকে জোকাব পাৰে বুলি ভাবিহে মাউতে বান্ধি থৈছিল। বাকীবোৰ হাতী শিকলিৰে ভালদৰে বন্ধা আছে।

ঘাঁহী ল'ৰাজনে আথে-বেথে দানাপানীৰ বাল্টিটো লৈ জয়মালাৰ কাষ পালে। লগে লগে জয়মালাই ঘাঁহী ল'ৰাজনৰ এখন ভৰি আগ ঠেঙেৰে গছকি শুঁড়ডালেৰে আনখন ভৰি ওপৰলৈ টানি দুফাল কৰি দলিয়াই দিলে। দানাপানীৰ বাল্টিটো আগ ঠেঙেৰে লাঠি মাৰি দিলে। আবেলি গাৰ নোম দেখা নেদেখা অৱস্থাতে ঘটনাটো ঘটিল। লগে লগে মৌজাদাৰ হৰিহৰ চৌধুৰীৰ টোলত হুলস্থূল লাগিল। জয়মালাই ঘাঁহীক বধ কৰিলে। শৰীৰটো চিৰাচিৰ কৰিলে। ভোজ খাবলৈ অহা যি অৱশিষ্ট মানুহ অলপ আছিল দিশে দিশে পলাবলৈ আৰম্ভ কৰিলে। ঘৰৰ ভিতৰৰ পৰা সকলো বোৱাৰীও নোহোৱা হৈ থাকিল। বাঙনি কেইজন কোনফালে গ'ল কোনেও গমকে নাপালে। এই অৱস্থাত মেদু ফান্দীয়ে কিবা এটা নকৰিলে কুনকুনী জয়মালা নামৰ হাতীটোৱে সংহাৰ মূৰ্ত্তি ধাৰণ কৰিব।

মৌজাদাৰ দেউতাই আত্ৰাণিত চিঞৰিছে : মেদু ! মেদু ! মেদু ক'ত ?

মেদুৱে জানিছিল তাৰ দায়িত্বৰ কথা। তাৰ ওপৰত মৌজাদাৰ দেউতাৰ অগাধ বিশ্বাসৰ কথাও জানিছিল।

সি বতুৰ দৰে আগবাঢ়ি গ'ল জয়মালাৰ ওচৰলৈ। এক গীযদিলীয়া কৰ্ত্তৃত্বৰে সি হাতত দানাৰ বাল্টিটো লৈ জয়মালাৰ কাষ চাপিল। জয়মালাই লগে লগে শুঁড়ডাল ওপৰলৈ তুলি এটা চিঞৰ মাৰিলে আৰু মেদুক শুঁড়ডালেৰে

মেৰিয়াই ধৰি মাটিত দুটামান আচাৰ মাৰি আগঠেঙেৰে গচকি ধৰিলে। লগে লগে মেদুৰ পেটৰ নাড়ী-ভুৰি ওলাই আহিল। সি এটা উশাহ লবলৈকো সময় নাপালে। সন্ধিয়াৰ নামি অহা এন্ধাৰ আৰু এই বিভৎস ঘটনাই চৌধুৰী মৌজাদাৰৰ সমস্ত টোল কঁপি উঠিল।

ইতিমধ্যে সকলো দিহা দিহি পলাল। মৌজাদাৰ দেউতা পলাই গৈ ক'ৰবাত আশ্ৰয় ল'লে। সৰু বোৱাৰী আগতেই নাইকিয়া হ'ল। ইপিনে জয়মালাই কাৰো ছিঙি মৌজাদাৰৰ টোলৰ চোতালত কিবা বিচাৰিছে। বোধহয় মৌজাদাৰ দেউতাক। কিন্তু শূন্য ঘৰখনত বৰ বোৱাৰীৰ বাহিৰে যে কোনো নাই।

বৰ বোৱাৰী মৃত্যুৰ বাবে সাজু হ'ল। বান্ধনি ঘৰৰ ভিতৰৰ পৰা খাউকুতে দুই আঁখি পকা কল হাতত লৈ চোতালত থিয় দি থকা জয়মালাৰ কাষলৈ আহিল। জয়মালাই বৰ বোৱাৰীৰ হাতৰ পৰা পকা কল দু-আঁখি শুঁড়ডালেৰে অতি সন্তৰ্পণে তুলি লৈ মুখত ভৰালে। বৰ বোৱাৰীয়ে তাৰ শুঁড়ডাল হাতেৰে পিহি দিলে। জয়মালাৰ চকুত পানী। এনেদৰে বহু বছৰ ধৰি জয়মালাই বৰ বোৱাৰীৰ হাতৰ পৰা সুস্বাদু খাদ্য খাইছে। জয়মালাই সঁচা [illegible]ম বুজি পায়।

বৰ বোৱাৰীয়ে জয়মালাৰ শুঁড়ডালতে মূৰটো লগাই কান্দি উঠিল। "মই ঘৰখন ধৰি ৰাখিব নোৱাৰিলো জয়মালা। গৰ্ব্ব অহঙ্কাৰে মোৰ এই ঘৰ চাটি পেলাইছে। তোৰ মোৰ নিচিনা প্ৰাণীৰ ইয়াত কেৱল কামৰ বাবেহে প্ৰয়োজন। আদৰ চেনেহবোৰ গৌৰৱৰ ধূলিত শুকাই গৈছে। ইয়াত কেৱল চকুৰ পানীয়েহে সকলো জীয়াই ৰাখিছে।"

বৰ বোৱাৰীয়ে নিজৰ কপালৰ ভাঙৰ সেন্দুৰৰ ফোটটোৰ পৰা আঙুলিৰে অকণ সেন্দুৰ আনি জয়মালাৰ কপালত লেপি দিবলৈ চেষ্টা কৰোতেই তাই মাটিত ঢলি পৰিল।

জয়মালাই ওচৰৰ পুখুৰীৰ পৰা শুঁড়েৰে পানী আনি বৰ বোৱাৰীৰ মূৰে গায়ে ছটিয়াই দি 'হাউট হাউট' কৈ কেইটামান আটাহ পাৰি লৰৰি গুচি গ'ল।

সেই নিশা হাতীটো যি ফালেই গৈছে সেইফালেই মানুহ সন্ত্ৰাসত লৰিছে। গাঁৱৰ মানুহ ঘৰৰ ভিতৰত সোমাই পৰিছে। সাহসীবোৰে জলা জুইৰ জোৰলৈ পদূলি মুখত বৈ আছে।

জয়মালাই গাঁৱৰ একালৰ পৰা কলগছ মহতিয়াই গৈছে।

মৌজাদাৰ দেউতা লুকাই থকা ঠাইৰ পৰা ওলাই আহিল। চোতালত পৰি থকা বৰ বোৱাৰীৰও মৃত্যু হোৱা বুলিয়ে ধৰি ল'লে। তেওঁ কি কৰিব কি নকৰিব ভাবি মূৰ্ত্তি এটাৰ দৰে থিয় হৈ ৰ'ল। ইতিমধ্যে জয়মালা আঁতৰি যোৱাত গাঁৱৰ মানুহবোৰবো দুই একজনকৈ মৌজাদাৰৰ চোতালৈ আহিবলৈ ধৰিলে। বৰ বোৱাৰীৰ শৰীৰ চোতালতে পৰি ৰ'ল। শেষ চাকি জ্বলাই দেখে বৰ বোৱাৰী জীয়াই আছে। তাই মূৰ্চ্ছা হৈ গৈছিল। তাইক বাৰান্দাতে বিছনা পাৰি শুশ্ৰূষা কৰা হ'ল।

ৰাতি পুৱাল।

কিন্তু আগডলা, গড়পোটা, মৌচুকী আদি মৌজাত বোৱা নিশাৰ ভিতৰতে প্ৰচাৰ হৈ গ'ল যে আগডলা মৌজাৰ মৌজাদাৰ হৰিহৰ চৌধুৰীৰ কুনকুনী চিকাৰী হাতী জয়মালা পগলা হৈছে। চাৰিওফালে ঘৰ দুৱাৰ ভাঙি ছিঙি তছনছ কৰিছে। পথাৰৰ পকা ধান যেনেদৰে খাইছে বাৰীৰ শাক-পাচলি কল-কুঁহিয়াৰো তেনেদৰে চোৰাই ফুৰিছে। এবাৰ চকুত পৰিলে মানুহ হেনো সাৰি যাব নোৱাৰে। সেই মত্ত হাতীটো নিশাৰ এন্ধাৰত যি ফালৰ পৰাই আহিছে সেইফালৰ পৰাই যেন হাতী অহা নাই মত্ত এটা পৰ্ব্বতহে আগুৱাই আহিছে।

দিন আগবাঢ়ে মানে হৰিহৰ চৌধুৰীৰ কুনকুনী হাতীৰ উপদ্ৰৱৰ কথা চাৰি পাঁচখন মৌজাৰ বাটে ঘাটে, হাটে বজাৰে পথাৰে বিয়পি পৰিল। কোনোবাই যদি বাঁহনিৰ আৰত দেখে কোনোবাই আকৌ নৈৰ গৰাত দেখিবলৈ পায়। ৰাতৰি আলম লৈ উৰাবাতৰিয়ে চাটি ধৰা মৌজাবোৰৰ গাঁওবোৰত শিতৰ পৰা আৰম্ভ কৰি বুঢ়ালৈকে ভয়ত ত্ৰস্তমান।

ঘৰৰ ভিতৰতে সোমাই থকা গড়পোটা মৌজাৰ স্কন্ধকাটা গোস্বামীৰ চিগা নাকটো এতিয়াহে যেন জোৰা লাগিল। মানুহে কোৱা দুই কথা বাতৰিবোৰ তেওঁৰ বাবে আনন্দৰ বতাহে যেন গা শীতল কৰি যায়। তেওঁ আনন্দেৰে ওপচি পৰা মগজুটোৰে বুদ্ধি এটা উলিয়ালে। খাজনা আদায় কৰা পিয়দাজনক মতাই আনিলে। জিলাধিপতিলৈ দৰ্খাস্ত এখন লিখালে। এই দৰ্খাস্তৰ কপি এটা বন বিভাগৰ মুৰব্বীলৈও পঠিওৱাৰ যো-জা কৰিলে। পিয়দাৰ হতুৱাই বাহিৰৰ চহী ললে যোনে পগলা হাতী এটাই মানুহৰ জীৱন আৰু ধন- সম্পত্তিৰ ভাবুকি হৈ পৰিছে। অতি সোনকালে এই হাতী বধ

নকৰিলে আগডলা, গড়পোটা, মৌচুকী মৌজাৰ বহলোক হানি হোৱাৰ আশঙ্কা। গতিকে চৰকাৰৰ ফালৰ পৰা এই হাতী নিধন নকৰিলে ব্যক্তিগত ব্যৱস্থা লবলৈ ৰাইজ সাজু হৈ আছে।

ভদ্ৰকান্ত গোস্বামী ইয়াতেই ক্ষান্ত হৈ নাথাকিল। তেওঁ মহৰী ভদৰামৰ হাতত বুজন পৰিমাণৰ টকা দি 'জেগাত পৌচাই' দিবলৈকেও নিৰ্দ্দেশ দিলে।

এই সকলোবোৰ কামৰ শেষত মৌজাদাৰ ভদ্ৰকান্ত গোস্বামীৰ আশা পূৰ্ণ হ'ল। আগডলা মৌজাৰ মৌজাদাৰ হৰিহৰ চৌধুৰীয়ে টকাৰ বলেৰে যেনেদৰে মেদুফান্দী আৰু ঘাঁহীজন পগলা হাতীৰ আক্ৰমণৰ দ্বাৰা মৃত্যু হোৱা বুলি লিখালে তেনেদৰে গড়পোটা মৌজাৰ ভদ্ৰকান্ত গোস্বামীও সেই পগলা হাতী মাৰিবৰ বাবে উৰ্দ্ধতন কৰ্তৃপক্ষৰ দ্বাৰা লিখাই আনিলে। অথচ জয়মালা নামৰ কুনকুনী হাতীটোৱে এতিয়ালৈকে মেদুফান্দী আৰু ঘাঁহী ল'ৰাটোৰ বাহিৰে আন কাৰো একো অন্যায় কৰা নাই। ঘাঁহ-বন, ডাল-পাত খাইয়ে সি জীয়াই আছে। অথচ উৰা বাতৰিয়ে এনেদৰে চানি পেলাইছে যেন পগলা হাতীটোৰ বাবে গএগা ৰাইজ ক'তো কোনো ওলাব পোমাব নোৱাৰা হৈছে। নিশা শান্তিৰে শুব নোৱাৰা হৈছে।

পগলা হাতী গুলিয়াই মৰাৰ অৰ্ডাৰ হ'ল। বন বিভাগৰ পৰা চিকাৰী নিযুক্ত হ'ল। চিকাৰী দুনলীয়া কাৰ্টুজ খাজা বন্দুক এটা পিঠিত বান্ধি লৈছে। দুই হাতত হাই কেলিবাৰ ৰাইফল, বুলেট খজা অৱস্থাত।

চিকাৰীয়ে 'পগলা হাতী' জয়মালাক পথাৰৰ মাজতে বিচাৰি পালে। সেই সময়ত সি নৈখনৰ পাৰতে থকা কাঁহিবন খাই আছিল। জয়মালাই চিকাৰীক দেখা পালে। চিকাৰীয়ে ওচৰে পাজৰে থকা মানুহবোৰক আঁতৰি যাবলৈ নিৰ্দ্দেশ দিছে। তাৰে মাজতে এজনে প্ৰতিবাদ কৰিছে। হাতীটো দেখোন হাবিলৈ খেদি পঠিয়াব পাৰি। এনে হেন জীৱ এটা মাৰি পেলাব লাগে কিয়? "তৰ্ক কৰিবা নে আঁতৰি যাবা? 'হাবি' শব্দটোহে আছে জেগা নাই। সকলো উদং।" — চিকাৰীজনে প্ৰতিবাদ কৰাজনক ভেকাহি মাৰি ক'লে।

চিকাৰীয়ে আগডলা মৌজাৰ মৌজাদাৰ হৰিহৰ চৌধুৰীৰ ঘৰত এসময়ত ৰাজ ৰাজেশ্বৰ হৈ থকা কুনকুনী চিকাৰী হাতী জয়মালাৰ বহল কপালখনলৈ বুলেট খাজা হাই কেলিবাৰ ৰাইফলটো টোৱাইছে। জয়মালা

লাহে লাহে পিছুৱাই গ'ল। জয়মালাই পিছলৈ নোচোৱাকৈয়ে পিছুৱাই গৈ আছে। আৰু চিকাৰীজনে ৰাইফলটো টোৱাই আগবাঢ়ি গৈ আছে। চিকাৰীজনে জানে সি ঘোৰ অন্যায় কৰিবলৈ ওলাইছে। এই হাতী পগলা হাতী নহয়। কিন্তু ন্যায় অন্যায়ৰ মাজতেতো মানুহৰ লাভালাভ। এই লাভালাভৰ বাবেই আজি সি এই প্ৰকাণ্ড অসহায় প্ৰাণীটোক বধ কৰিবলৈ ওলাইছে। আৰু হয়তো কেই মিনিটমান পিছতেই হাতী ধাৰাশায়ী হ'ব। সি আগুৱাই গৈ আছে , হাতী পিছুৱাই গৈ আছে।

নৈৰ কাষত জয়মালা বৈ গ'ল। সি তাৰ বহল কপালখন চিকাৰীৰ বন্দুকৰ নলীৰ পিনে পোন হৈ পাতি দিলে। চিকাৰীয়ে ট্ৰীগাৰত আঙুলি টানিবলৈ সাজু। সাজু হৈছে। সাজু কিয়? ট্ৰীগাৰত আঙুলি টানিলেই। আৰু মাত্ৰ ত্ৰিশগজ আঁতৰৰ পৰা চিকাৰীৰ হাই বেলিবাৰ ৰাইফল গৰ্জি উঠিল। এবাৰ নহয়, দুবাৰ, তিনিবাৰ । প্ৰায় পাঁচটা বুলেটে জয়মালাৰ কপাল ভেদ কৰি মূৰটো থকা- সৰকা কৰিলে। সি কন্তেক কঁপি কঁপি মাটিত ঢলি পৰিল। লগে লগে ইমান দিনে আগডলা মৌজাৰ মৌজাদাৰ হৰিহৰ চৌধুৰীৰ গৰ্ব্বৰ একাকীত্বৰ দাবী কৰিব পৰা এটা পূণ্য প্ৰাণীৰ অন্তিম আত্মাই চট ফটাবলৈ ধৰিলে। আৰু কিছু সময় পাছতে দ গাঁত খান্দি নিমখ ছটিয়াই জয়মালা নামৰ হাতীটোৰ শদেহ নৈৰ বালিত পুতি থোৱা হ'ল ।

'পগলা হাতী' জয়মালা নিধন হোৱাৰ বাতৰিও অতি সোনকালে বিয়পি পৰিল। বৰ বোৱাৰীয়ে এই খবৰো পালে। তাই মৰ্মাহত হ'ল। তাই বাউলী হ'ল। তাই ইটো ঘৰৰ পৰা সিটো ঘৰলৈ দৌৰিছে। ইটো কোঠাৰ পৰা সিটো কোঠালৈ দৌৰিছে। এই সময়ত তাই বাৰু কি কৰিব? নিজ হাতেৰে পকা কল খুৱাবলৈ জয়মালা আৰু জীয়াই থকা নাই।

বৰ বোৱাৰীয়ে খুটাত ওলোমাই থোৱা বাকচটোৰ পৰা শহুৰেকৰ দুনলীয়া বন্দুকটো উলিয়াই আনিলে। শহুৰেকৰ হাতপেৰাত থকা কাৰ্টুজ এটা বন্দুকটোত খাজি ল'লে। অতি সন্তৰ্পণে তাই আহি তত্তৃতঙ্কী হোকাৰ নলিচা টানি থকা শহুৰেকৰ পৰা মাত্ৰ দহ ফুট আঁতৰত থিয় হ'ল আৰু প্ৰশ্ন কৰিলে : "কিন্তু শ শ হাতী, গঁহ, বাঘ আদি বনৰীয়া জন্তুবোৰ যে ধ্বংস হোৱা জঙ্গলৰ পৰা ওলাই আহিব ধৰিছে, মানুহৰ ঘৰবাৰী ভাঙিছে, ধানৰী পথাৰ তহিলং কৰিছে, ৰাজপথৰ ট্ৰাক বাহ বাখি হাতীয়ে পেতেজাৰৰ

পৰা ভিক্ষা মাগি খাবলৈ লৈছে সিহঁতক মাৰিবলৈ কি ধৰণৰ পাগল আখ্যা দিয়া হৈছে ? মোক উত্তৰ দিয়ক জমিদাৰ দেউতা ?"

হঠাতে বৰ বোৱাৰীৰ ৰণচণ্ডী মূৰ্ত্তি দেখি হৰিহৰ চৌধুৰী অবাক। মুখৰ পৰা গুড়গুড়ী হোকাৰ নলিচা গুচাই " বোৱাৰী বোৱাৰী" বুলি চিএঞৰ মাৰিব খোজোতেই বৰ বোৱাৰীৰ বন্দুকৰ গুলী গৈ হৰিহৰ চৌধুৰীৰ বুকুত পৰিল। লগে লগে প্ৰেম আৰু ইন্দ্ৰিয় প্ৰমাথী সৌন্দৰ্য্যৰ উপাসক বুলি অভ্ৰভেদী খ্যাতি অৰ্জন কৰিব বিচৰা আগডলা মৌজাৰ মৌজাদাৰ হৰিহৰ চৌধুৰী তেজেৰে লুতুৰি- পুতুৰি হৈ মাটিত বাগৰি পৰিল। তেতিয়ালৈকে ওচৰৰ কোনেও এই ঘটনা নজানিলে।

বন্দুকটো হাতৰ পৰা দলি মাৰি দি বৰ বোৱাৰীয়ে মাজ চোতালত ধানখেৰ এসোপা আনি একুৰা জুই ধৰিলে। জুই দপদপকৈ জ্বলি উঠিল। বৰ বোৱাৰীয়ে কপাহী মেখেলা, ৰীহা, আঘোৰাণ, চুৰিয়া, গামোছা, টঙালি, চাদৰ, চেলেং বৰ কাপোৰ সকলো জুইত জাহ দিলে। একোকে নেৰিলে বৰ বোৱাৰীয়ে। ছোলা, চুতীয়া ছোলা, এঙাছোলা, হাতীশুঁড়ীয়া, বৰ পাগ, মূথুৰা পাগ মাৰি দিনটোত দহবাৰ কাপোৰ সলোৱা গহীন গম্ভীৰ যেন লৈ থকা হৰিহৰ চৌধুৰীৰ ৰাঙলী দেহ নিশ্চল হৈ পৰি থাকিল। বৰ বোৱাৰী ক্ষান্ত নাথাকিল। খিং থাপ, গোমচেং, চাতোন আদি উৎকৃষ্ট কাপোৰবোৰ জুইত জাহ দিলে। তাৰ পিছত বৰ বোৱাৰীয়ে তাল, বৰকাঁহ বজাই মৌজাদাৰ হৰিহৰ চৌধুৰীৰ পতনৰ শেষ সংবাদ দিলে। দা এখন লৈ বান্ধি থোৱা হাতীবোৰৰ ৰছীবোৰ এডাল এডালকৈ কাটি দিলে। নিজৰ শৰীৰত থকা কেৰু, সোণৰ লংকৰা, নেজপাতা থুৰীয়া, বাখৰুৱা থুৰীয়া, লুকাপাৰ, গামখাৰু, মুঠিখাৰু, সাতসৰি, জোনবিৰি, মাদুলিমণি, দুগদুগী, চেৰীয়ামনি, গিলিখামণি, চিকিলতা আঙুঠি, বাখৰুৱা আঙুঠি সকলো পুখুৰীৰ পানীলৈ দলিয়াই দিলে।

এইবোৰ কৰোতে তাইৰ গাত যেন কুনকুনী জয়মালাৰ শৰীৰৰ সমস্ত শক্তি নিজৰ গাত গোট খাইছে। বৰ বোৱাৰীয়ে এবাল্টি পানীত গোবৰ অকল মিহলাই ছটিয়াই দি গ'ল মাৰল ঘৰ, বৰ ঘৰ, চ'ৰাঘৰ, বাট চ'ৰা, চোৰাশলীয়া ঘৰ, বোহ ঘৰ, উঁড়াল ঘৰ, এটা ঘৰ, ঢেকী শাল, গোহালি ঘৰ, নাম ঘৰ, ভাঁজ ঘৰ আদি সকলোতে। তাই একো বাকী নাৰাখিলে। আনকি ঘৰবোৰৰ মুধৰ খুটা, কুমৰ খুটা, পানী পচা খুটা, বৰ চটি, ফুল

দেউতাৰ সময় নাই। কাৰণ এনেবোৰ "ভোজ মেলত" পুলিচ, ডকাইত, হত্যাকাৰী, বিচাৰক একাকাৰ হৈ বহি থাকে। চোৰাংকাৰী, ভেজালকাৰীও থাকে। এইবোৰৰ কথাৰ আঁত পোনকৈ ধৰি ৰাখিবৰ বাবেই মৌজাদাৰ দেউতাৰ দৰে গৃহস্থৰ দৰ্কাৰ। কিয়নো আমন্ত্ৰণ কাৰীয়েহে জানে প্ৰতিজনৰ চৰিত্ৰ। হয়তো দহ বছৰে বিচাৰি ফুৰা হত্যাকাৰী জনেই পুলিচ চাহাবৰ কাষত বহি দেশৰ ভৱিষ্যৎ সম্পৰ্কে আলোচনা কৰি আছে। হয়তো প্ৰমাণৰ অভাৱত কোৰ্টৰ পৰা খালাচ পোৱা ধৰ্ষকাৰী জনেই জজ চাহাবক চিগাৰেট্ জ্বলাবলৈ লাইটাৰ টিপি অগ্নি সংযোগ কৰি দিছে। গৃহস্থ উঠি গলেই যেন কৰবাত পয়মাল ঘটি যাব। সেয়ে হৰিহৰ চৌধুৰী মৌজাদাৰ দেউতাই আমন্ত্ৰিত সাধাৰণ মানুহৰ প্ৰতি চকু দিব পৰা নাই। আমন্ত্ৰিত কোনোবাই খাইছে নে খোৱা নাই তাৰো হিচাপ ৰাখিব পৰা নাই।

এনেদৰে ভোজ চলি থাকোতেই পাঁচ বাজিল। গধুলি হ'ব হ'ল। চুবা পাত পেলোৱা আদহীয়া এগৰাকীয়ে বাড়নীটাৰ বিচাৰি আহোঁতে মেদু ফান্দীক উদ্দেশ্য কৰি ক'লে : তইত 'হাতীৰ দাইভাৰ' বোৰ যে ইয়াতে খুন্দ খাই আছ, কিবা এটা মুখত দিলি জানো? তইতক বেলি আগডোখৰৰ পৰা বহি থকাকে দেখিছো।

মেদুৱে মূৰ জোকাৰিলে। একোকে খোৱা নাই। বাইজৰে খোৱা হওঁকছোন বাৰু! আমি পিছে পৰেও খাব পাৰিম।

ভোজ-ভাতৰ গোন্ধই মৌজাদাৰ চৌধুৰীৰ চোতাল আমোলমোলাই আছে। মাজতে সৰু বোৱাৰীয়ে মৌজাদাৰ দেউতাক গাৰ্হীৰ এগিলাচ যাচিলে। মৌজাদাৰ দেউতাই এটা তৃপ্তিৰ হাঁহি মাৰি নেতা, চোৰ, ডকাইত, ভেজালকাৰী, বিষয়া আদিক চিনাকি কৰি দিলে : মোৰ সৰু বোৱাৰী। তাইৰ কপালৰ গুণতহে মোৰ ঘৰ জয়জয় ময়ময় হ'ব যেন লাগিছে। ভাল লক্ষ্মী বোৱাৰী পালো এইজনী।

সৰু বোৱাৰীয়ে মিচিকিয়াই হাঁহি মাৰি ওচৰতে থকাবোৰক নমস্কাৰ জনালে।

ভাতৰ বোৱাৰী অদূৰতে থিয় হৈ কথাখিনি শুনিলে। ভাতৰ বোৱাৰীৰ চকু দুটাও অজান কাৰণত চলচলীয়া হৈ পৰিল। মানুহৰ সন্মুখতে চকু পানী টুকিলে লাজ দিব।

ঘৰ একোখনৰ ভাগ্য নিৰ্ণয় হয় অকল বোৱাৰীৰ কপালেৰে ? সিও

ৰাজহুৱাকৈ ?

সৰু বোৱাৰীক ৰাইজৰ সন্মুখতে প্ৰশংসা কৰা দেখি বৰ বোৱাৰীয়ে নিৰৱে চকুলো টুকিলে। তাইৰ প্ৰসূন হৃদয় তত্তালিকে যেন প্ৰখৰ ৰ'দত লেৰেলি গ'ল। বোৱাৰী হৈ অহা দিন ধৰি এনে প্ৰখৰ উত্তাপ তাই বহুতো সহ্য কৰি আহিছে।

আবেলিৰ বেলিয়ে আন্ধাৰবোৰ ঘৰৰ ভিতৰলৈ ঠেলি আনিছে।

বৰ বোৱাৰীয়ে মেদু ফান্দী, মাউত, ঘাঁহী আটাইবোৰকে মাতি নি বাৰান্দাৰ এঠাইত বহুৱালে। " তোমালোকে বেয়া চেয়া নাপাবা। ৰাতিটো পুৱাবে পৰা মোৰ অৱস্থা দেখিছাই নহয় ? কেৱল মানুহকে বস্তুৰ যোগান ধৰি আছো। মূৰটো ফণিয়াই ভাল সাজ এযোৰ পিন্ধিবলৈ আহৰি পোৱা নাই। লোকে দিনটোত তিনিবাৰ সাজ-পোছাক সলনি কৰিলে। মই সাৰি-মচি জেগা অকণ উলিয়াইছো। তোমালোকে তাতে পাত পাৰি বহা। মই ভাত পানী কি আছে আনি দিওঁ। "

বৰ বোৱাৰীয়ে কথাখিনি কৈ কৈয়ে সিহঁতক পাত পানী যোগাৰ কৰি দিলে।

পেটৰ ভোকত আটাইকেজনেই পাত পাৰি বহিল। মেদু ফান্দীয়ে লগৰ গাৱাৰক লাহেকৈ ক'লে : আচলতে মৌজাদাৰ দেউতাৰ ঘৰত এইজনীহে লক্ষ্মী বোৱাৰী। সৰুৰ পৰা ডাঙৰলৈকে সকলোকে সমানে চাব জানে। পিচে বেচেৰী দুয়োগৰাকী বোৱাৰীৰে মতা দুটাহে আলেঙে আলেঙে থাকে। শুনিবলৈ পাওঁ তাতো হেনো বিদেশী মাইকী ৰাখিছে। ইয়াত এই দুজনী সাক্ষীগোপীহে। সৰুজনী যাওঁ যাওঁ অৱস্থা। কোন পলকত উৰা মাৰে ঠিকনা নাই। বেছি শিক্ষিতা ছোৱালী। হাজাৰ হওঁক অকল ভাত কাপোৰেই শৰীৰটোক ধৰি ৰাখে নহয় ?

মেদু ফান্দী, মাউত আৰু ঘাঁহী আটাইকেজনৰ খোৱা বোৱা হ'ল। ইপিনে ভোজৰ আমন্ত্ৰিত মানুহবোৰেও ঘৰা-ঘৰি গৈছে। ঘাঁহী ল'ৰাটোৰ সাউতকৈ মনত পৰিল : আজিৰ এই উলহ মালহবোৰ চাওঁতে চাওঁতে হাতীক খাবলৈ একো এটা দিয়া নহ'ল। কল গছৰ টুকুৰা কাটি থোৱাই থাকিল। দানাও বখা হৈছিল। বাল্টিত পানীও ভৰাই থোৱা আছিল। কিন্তু একো এটা হাতীৰ ওচৰলৈ আগবঢ়াই দিয়াহেন হ'ল। আটাইবোৰ হাতী গছতে বন্ধা আছে।

চটি, ৰ'ৰা, মাৰলি, শলখা দিয়া দুৱাৰ, জালিকটা খিড়িকী, পদুলিমুখ, নঙলামুখ, বাট চ'ৰা আদি সকলোতে গোবৰপানী ছটিয়াই শুদ্ধ কৰিলে।

এইবোৰ কৰি থাকোতেই আগডলা মৌজাৰ মানুহে ভীৰ কৰি থকা আগচোতালৰ ফালৰ পৰাই পুলিচ আহি ৰব বোৱাৰীক গাড়ীত তুলি লৈ গ'ল।

\+ \+ \+

আগডলা মৌজাৰ মৌজাদাৰ হৰিহৰ চৌধুৰীৰ হত্যাকাৰিণী ৰবৰোৱাৰীজনী ময়েই জেইলাৰ চাহাব। মোৰ নাম বনজা। দুখীয়া-নিছলা খাৰণে নোপোৱা পিতৃ-মাতৃ হালৰ বুকুৰ পৰা কাঢ়ি অনা বনজা। কিন্তু বনজা বোৱাৰী হোৱাৰ নামত বান্দী হৈ দিন নিয়াইছিলো চাহাব। মোৰ যৌৱন মাথো মৌজাদাৰৰ টোলৰ চাৰি সীমাৰ মাজতে আবদ্ধ হৈ আছিল চাহাব। এটি অনাঘ্ৰাত পদুম কলিক এনেদৰেই পানী নোপোৱাকৈ শুকাই যাবলৈ দিয়া হৈছিল চাহাব।

"এই খিনিতে আপোনাৰ কাহিনীটোৰ অকণমান বৈ গ'ল আইদেউ।"—লগৰ কদী মানুহজনীয়ে মুখ পাতি ধৰিলে।

সেই যে মেদু ফান্দীক লখোনীয়া কুনকুনী হাতীটোৱে গচকি মাৰি পেলালে তাৰ পিছত মেদু ফান্দীৰ মত্তুনকৈ পতা ঘৰখনৰ কি অৱস্থা হ'ল তাক আগডলা মৌজাদাৰে নাজানিলে। জানিবলৈ ইচ্ছাও নকৰিলে।

মেদু ফান্দীৰ মৃত্যু হোৱা খবৰটো সেই ৰাতিয়েই দহ মাইল বাট খোজ কাঢ়ি আহি বজত মাউতে মেদুৰ ঘৈণীয়েকক দিলে। লগে লগে মেদুৰ ঘৈণীয়েকৰ মূৰত সৰগ ভাগি পৰিল। তাইৰ ককিলা সজীয়া গাভৰু দেহাটো ৰাখিবৰ জেগা নোহোৱা হ'ল। সেই ৰাতিয়ে বজতে তাইক সান্ত্বনা দিয়াৰ ছলেৰে মেদুৰ খালি ঠাই পূৰবৰ চেষ্টা কৰিলে। শিয়ৰ সেন্দুৰ মচা নৌযাওঁতেই সি পাপীষ্ঠই মেদুৰ ঘৈণীয়েকক বলাৎকাৰ কৰিলে। মেদুৰ ঘৈণীয়েকে মূৰ শিতানত থকা হাতী বল কৰা অঙুশ ডালেৰে বজতৰ মূৰতে গাৰ বলেৰে কোব মাৰি দিলে। তাৰ মূৰ দুফাল হ'ল। বজত মাউত মৰি থাকিল আৰু মেদু ফান্দীৰ ঘৈণীয়েক হ'ল হত্যাকাৰিণী। আৰু সেই হত্যাকাৰিণী বলাইবালা আপোনাৰ সন্মুখতে আছো চাহাব।

জেইলাৰ চাহাব চকীখনৰ পৰা উঠিব খুজিও নুঠিলে। ইমান সুন্দৰ ঘটনা ইমান সুন্দৰ ভাবে পৰিসমাপ্তি ঘটিব পাৰে নে বাৰু ? ঘটনা

আচলতে কেতিয়াবা শেষ হয় নে ? মানুহৰ নলগাটোক লগাটোৰে খেদি পঠিয়ায়। অপ্রয়োজনীটোক প্রয়োজনীটোৱে বাধা দিয়ে। আৰু তাৰ বাবে মানুহে হৃদয়ৰ একাংশ খৰচ কৰিব লগীয়া হয়। স্থিতিৰ পৰা পৰিস্থিতিলৈ বিচাৰ কৰি মহিলা কয়দী দুগৰাকীয়ে ঈশ্বৰক বিচাৰি থকাতকৈ কিজানি তেওঁলোকে নিজে নিজৰ আশিস নিৰ্ম্মালীৰে পুণ্য হ'বলৈ বিচাৰিছে। অথচ পাপ কৰা বুলিও তেওঁলোকে নাভাবে।

বয়োবৃদ্ধ জেইলাৰ চাহাবে মহিলা কয়দী দুজনীক কিবা এটা পৰামৰ্শ দিয়াৰ আগতে কিছুমান নিজস্ব ভাবনাই তেওঁৰ বুকুখন হেঁচি ধৰিলে। মানুহ দুজনীয়ে কিবা এটা সমিধান পাব বুলি জেইলাৰ চাহাবৰ মুখলৈ সতৃষ্ণ নয়নে চাই আছে ।

* জেইলাৰ চাহাবে মাথো ভাবি থাকিল : মানব জীবনৰ মহানতা যি সকল ব্যক্তিয়ে পাহৰি যায় সেই সকল ব্যক্তিয়ে বৈষয়িক কামত অধিক মনোনিবেশ কৰে। চিন্তা আৰু কামৰ ভাল অনুশীলন প্রকৃততে বৰ দুৰূহ। এনেবোৰ কথাত মানৱীয় গুণবোৰে সদাই বিধি-পথালি দিয়ে। সকলো ধৰ্ম্মৰে ঈশ্বৰ প্ৰাৰ্থনা যেনেদৰে ভগবান প্ৰাপ্তিৰ স্তুতি তেনেদৰে সকলো কৰ্ম্মৰে লক্ষ্য সকলো প্ৰাণীৰ কল্যাণৰ বাবে হোৱা উচিত। দুৰ্ভাগ্যবশতঃ এই ঔচিত্য কামত হাত দিয়াৰ লগে লগে পলাই ফাট মাৰে। সমাজৰ সৎ ব্যক্তি সকলে সদাই পাৰ্থিব প্ৰলোভনৰ পৰা মানুহক আঁতৰি থাকিবলৈ কয়। এই কথা সঁচা নহয়। কিয়নো প্ৰলোভন অবিহনে কোনো ব্যক্তি আগুৱাই যাব নোৱাৰে আৰু তেতিয়াহি মানৱীয় ক্ৰমবিকাশ সম্ভৱ নহয়। বাস্তৱ স্থিতি এটাই, — মানুহক সদাই মানুহ হৈয়ে থাকিবলৈ দিব লাগে। মানুহক অতিমানৱীয় ৰূপ ধাৰণ কৰিবলৈ দীক্ষা দিয়া অনুচিত। ইয়ে স্থিতে বিপৰীত হয় গৈ। মন আৰু সুকৰ্ম্মৰ ভেটিতেই সাধাৰণ মানুহৰ দৰে চলি থাকিব লাগে। কিতাপত লিখা ধৰ্ম্মই প্ৰকৃততে মানুহক নুতজে। ই বৰ আমনিদায়ক ব্যায়াম। জীৱনজোৰা এলেহুৱা কচৰৎ।

প্ৰস্তৰ মূৰ্ত্তিৰ দৰে বহি থকা জেইলাৰ চাহাবৰ মাত-বোল নোহোৱা বাবে নাৰ্হিকিয়া হোৱা মহিলা কয়দী দুগৰাকী বনজা আৰু ৰূপাই বালাই কৌতূহল মনেৰে চিঞৰি উঠিল —

ছাৰ ! ছাৰ !

দেখোন জেইলাৰ চাহাব তেতিয়াও কল্প ৰাজ্যত।

## ।। জুইৰ ধৰ্ম্ম দহন ।।

অসমক বৰ্ত্তমানে তিনিটা সমস্যাই জুৰুলা কৰিছে ঃ বানপানী, বাংলাদেশী আৰু বিচ্ছিন্নতাবাদী। যি সকল লোকে উদয়াস্ত কেৱল নিজৰ কথাকে ভাবি থাকে তেওঁ যদি এক মিনিটৰ বাবেও দেশখনৰ কথা ভাবে সহজেই প্ৰতীয়মান যাব যে প্ৰথম দুটাৰ বাটকটীয়া হ'ল শেহৰটো। তাত উজান দিছে বিদেশী শক্তিয়ে। পিছে এই শক্তি পৃথিৱীৰ প্ৰায়বোৰ দেশতে আছে বুলি সন্তুষ্টি লভা ব্যক্তিও আমাৰ মাজতে আছে।

একো এটা কৰিব নোৱাৰা মানুহবোৰেই 'কাৰণ'বোৰ বেছিকৈ দৰ্শায়।

বছৰটোত তিনিবাৰকৈ বানপানীয়ে জুৰুলা কৰা অসমীয়া গঞা ৰাইজ বিমোৰত পৰিল। ঘৰৰ ভিতৰত একাঠু পানী এতিয়া নাই।

যোগেশ্বৰে দাখন হাতত লৈ খেপ্‌খেপীয়া বোকা-পিতাপিতে মূৰে কপালে হাত দি বহি পৰিল। বানপানী ডকুৰাৰ পিচত হাজাৰ হাজাৰ চহা যোগেশ্বৰৰ একেদৰে বহি আকাশ পাতাল ভবাৰ সময় এতিয়া। পৰিয়াল মহামায়াই আজি সোকৰ পিনৰ মূৰত ডাঙ্গালকনত কেইজাতি মান বাজো বুলি ৰহিছে। পূবা সোকৰ পিনৰ মূৰত ডাঙ্গালকন হালেকে চুইছে। গৰু-হাঁহনীবোৰ এতিয়াও ৰথাউৰিৰ ওপৰতে আছে। বাহৰে থকা পাৰ কেইবোৰো এতিয়া বাহৰ সন্মুখতে আহি ভুমুকি মাৰিছে। সিইঁতক এতিয়া আৰু বাহৰ ভিতৰতে আহাৰ পানী দিব লাগিলে। খেপ্‌খেপীয়া ৰাবাম্বাৰল কেঁচু-কুমটিবোৰ মৰি গোন্ধ ওলাইছে। ঘৰতো আৰু এটা অকটা গোন্ধ ওলাইছে— পাৰ-বাহৰ কণীবোৰ ঘোলা হ'ল চাগে। গোন্ধটো

কুকুৰটো ক'ত আছিল কোনেও নাজানে। সিও বানপানীৰ বিলিফ অনা শব্দ নোহোৱা, মৰুভূমী গাড়ীখনৰ দৰে ক'ৰবাৰ পৰা দৌৰি দৌৰি আহি কাঠিত অকণা জিৰাবৰ বাবে শুকান ঠাই বিচাৰি ফুৰিছে। যোগেশ্বৰে কুকুৰটোলৈ চাই কিবা এটা ভাবিলে। এটা হয়ুনিয়াহ ওলাই আহিল।

যোগেশ্বৰ এজন মুক্তি যোদ্ধা। দেশৰ মুক্তি আন্দোলনত লাগি থাকোতে ইন্টাৰমিডিয়েট পৰীক্ষাও দিব নোৱাৰিলে। বিয়া-বাৰু কৰাই সংসাৰখনো আৰম্ভ কৰিলে বহু দেৰিকৈ। দেশৰ সেৱা কৰিব খুজিছিল হাতে-কামে লাগি। বক্তৃতাৰে নহয়। দেশে স্বাধীনতা পোৱাৰ পিছত কৃষি কৰ্ম্মকে দেশ সেৱাৰ আহিলা হিচাপে লৈছিল। সেই সময়ৰ বহুতো যুৱকক কৃষিৰ নিচিনা স্বাধীন কৰ্ম্ম কৰিবলৈকো আহ্বান জনাইছিল। সেইমতে সহাঁৰিও পাইছিল। কিন্তু সময়ত বানপানীয়ে কৃষকক এনেদৰে উৎখাত কৰিব বুলি ভৱা নাছিল।

দেশৰ মেধাবী ছাত্ৰ সকলক বেছি দৰ্মহা দি ৰাজনৈতিক নেতাসকলে প্ৰশাসনীয় সেৱাৰ বাবে মকৰল আৰম্ভ কৰিব বুলিও ভৱা নাছিল। কিন্তু সেয়ে হ'ল। ফলত শিক্ষানুষ্ঠান, প্ৰযুক্তি বিদ্যা, কৃষি আদিত মেধাবী ছাত্ৰৰ অভাৱ হ'ল। আচলতে প্ৰশাসন যন্ত্ৰটো চলাবলৈ অতি মেধা শক্তিৰ প্ৰয়োজন নাই বুলিয়ে তেওঁ ভাবি লৈছিল।

স্বাধীন চৰকাৰখনেও যে একো এটা কৰা নাছিল তেনে নহয়। কিন্তু স্বাধীন ভাৰতৰ মানুহবোৰে একাগ্ৰতাক এনেদৰে বলি দিব বুলি ভৱা নাছিল।

যোগেশ্বৰে দুখতে কেতিয়াবা বাজাজীৰ সেই ১৯২২ চনতে চৌবিশ জানুৱাৰীৰ দিনা লিখা প্ৰিজন ডায়েৰীখনৰ কপিটো সত্য নাৰায়নৰ বিধি উলিওৱাৰ দৰে পুৰণা বাকচৰ পৰা উলিয়াই পঢ়ি চাই: " আমাক স্বাধীনতা দিয়াৰ লগে লগে নিৰ্ব্বাচন আৰু নিৰ্ব্বাচন সংক্ৰান্ত ভ্ৰষ্টাচাৰ, বিত্তশালীৰ দম্ভ আৰু দৌৰাত্ম্যই সাধাৰণ মানুহৰ জীৱনত নৰক যন্ত্ৰণা কঢ়িয়াই আনিব। মানুহে সতৃষ্ণ নয়নে অতীত শাসন ব্যৱস্থাৰ প্ৰতি দৃষ্টিপাত কৰিব; যি শাসন ব্যৱস্থা আছিল আপেক্ষিক ভাবে ন্যায়নিষ্ঠ লব্ধ, শান্তিপূৰ্ণ আৰু মোটামুটিভাৱে ভ্ৰষ্টাচাৰ মুক্ত। "

যোগেশ্বৰে ফাটি-চিটি যোৱা ৰাজাজীৰ সেই প্ৰিজন ডায়েৰীখনৰ কপিটো সত্য নাৰায়নৰ বিধিখন পূজাৰীয়ে বন্ধা মখিয়ম কাপোৰখনেৰে

মেৰিয়াই খোৱাৰ দৰে মলিয়ন কাগজ এখনেৰে পুৰণা বাকচটোত সুমুৱাই থলে। যুগজয়ী কথাবোৰে যে আজিৰ মানুহৰ মনত কোনো প্ৰতিক্ৰিয়া নকৰে তাকো তেওঁ এবাৰ ভাবি চালে। চলাহী আৰু মিছা কথাৰে আজিৰ মানুহৰ মন ভাৰাক্ৰান্ত। ক'ৰবাত কোনোবা এজন স্বাধীনতা সংগ্ৰামীয়ে কিবা কৈ গৈছে বা লিখি গৈছে তাক ভাবি চাবৰ আজিৰ মানুহৰ সময় ক'ত? ইহঁত কৰ্মৰ নামত নিজে নিজে ব্যস্ত বুলি কৈয়ে ব্যস্ত হৈ থাকে।

স্বাধীনতাৰ তেত্ৰিশ বছৰ পিছত ব্ৰহ্মপুত্ৰ বোৰ্ড আইন তৈয়াৰ কৰা হ'ল। তাৰো দুবছৰ পিছত বোৰ্ড গঠন কৰা হ'ল। আশাৰ লেশ চুকিলে কৃষকেই বেছি। ১৯৮২ চনত গঠিত হোৱা ব্ৰহ্মপুত্ৰ বোৰ্ডে কণী ফুটুৱাত লাগিল। আজিলৈ কিন্তু পোৱালি নহ'ল। খোলা হৈ যোৱাহেঁতেনো মানুহে অন্য চিন্তা কৰিলেহেঁতেন। কিন্তু খোলা হোৱাৰো কোনো চিন-মোকাম নাই। কেৱল এঘাৰশ কৰ্মচাৰী আৰু পাঁচশ অভিযন্তাই উমনিৰ পৰা উঠা নাই। বছৰে বছৰে উমনি দিয়াৰ সংখ্যা বাঢ়ি গৈ আছে আৰু বানপানীয়েও অসমীয়া মানুহক নাকনি-কাণনি কৰি আছে। মাজে মাজে মাষ্টৰ প্ল্যানবোৰে উৰাজাহাজেৰে অহা-যোৱাও কৰি আছে।

অসমীয়াৰ বাহাদুৰী এইখিনিতেই যে অসমীয়া মানুহ বছৰটোত এনেয়ে হাত সাবটি বহি থাকিব নালাগে। বাৰিষা হলে বানপানী, খৰালি হলে বন্দুকেৰে ভাতৃঘাতী যুঁজ আৰু তাৰ মাজে মাজে বিদেশীৰ উকমুকনি। ব্ৰহ্মপুত্ৰ আৰু বৰাক এই দুই প্ৰধান নদীৰ অসংখ্য উপনদীয়ে অসম প্লাবিত হয়। প্লাবিত হয় দুখেৰে। প্লাবিত হয় হা-হমুনিয়াহেৰে। প্লাবিত হয় ভাতৃঘাতী সংঘৰ্ষৰ তেজেৰে। এই প্লাবন বছৰৰ পিছত বছৰ চলি আছে।

সমাধানহীন এই সমস্যাবোৰে এনেদৰে বছৰৰ পিছত বছৰ সাবটি লৈছে। জাতীয় অৰ্থনীতিত মাধমাৰ পৰিছে এনেদৰে। সমগ্ৰ অসমতে বানপানীৰ সংহাৰ আৰু ধ্বংসৰ তৎকালীন ভাবে বলি হব লগীয়া হৈছে কৃষকবোৰ। এই অকল্পনীয় তাণ্ডৱলীলা সহ্য কৰিব লগীয়া হৈছে সাধাৰণ মানুহে। অথচ নিৰাপদ দূৰত্বত থকাবোৰে দুদিনমান খবৰ কাগজত উচ্চ বাচ্য কৰিয়েই পাহৰি যায়। কৃষকক ৰবি শস্য কৰিবলৈ উপদেশ দি হাত এৰা দিয়ে।

তাঁতশালখনৰ গৰকাৰ পৰা মহামায়াৰ ভৰি এখন পিছলি বোকাত লাগিল। মাকোটো হাতৰ পৰা পিছলি গৈ একাষৰ জোঙটো মাটিতে

পোত খালে। ওচৰতে পিৰালীত মূৰে- কপালে হাত দি বহি থকা যোগেশ্বৰৰ এতিয়াহে যেন সম্বিৎ ঘূৰি আহিল। তেওঁ মূৰ তুলি মহামায়ালৈ এবাৰ বং পোৱা মানুহৰ দৰে চালে।

মহামায়াই মাকোটো মাটিৰ পৰা বুটলি তুলি ললে। জোংটোৰ পিনে লাগি থকা বোকাখিনিও মচি পেলালে।

ইমান পৰে বুই থকা কাপোৰখনৰ ওপৰত এবেগেত দুবেগেত কৈ জুখিও চালে। যোগেশ্বৰে এনেয়ে এবাৰ হাঁহিলে। আঠ হাত দহ হাত বুই উলিয়াব লগা কাপোৰখন এতিয়াৰ পৰাই জুখিবলৈ আৰম্ভ কৰি দিছে! আজিকালি সকলোৰে জোখত জোৰ দিছে। প্ৰশাসনে পৰিসংখ্যাৰ জোখৰ ওপৰত জোৰ দিছে পৰিবৰ্ত্তনৰ ওপৰত জোৰ দিয়া নাই। ক্ষমতাৰ বিকেন্দ্ৰীকৰণ কৰিছে— মন্ত্ৰী বিধায়ক গাঁৱলৈ গলে জনসাধাৰণ নাথাকে আৰু জনসাধাৰণে মন্ত্ৰী বিধায়কক ৰাজধানীলৈ বিচাৰি গলে মন্ত্ৰী বিধাযক নাথাকে। আন কথাত ক্ষমতাৰ বিকেন্দ্ৰীকৰণ মানে হ'ল মন্ত্ৰী বিধাযকে গাঁৱলৈ জনসাধাৰণক বিচাৰি যায় আৰু জনসাধাৰণে মন্ত্ৰী বিধায়কক চহৰলৈ বিচাৰি আহে। কোনোও কাকো লগ নাপায়। আগৰটো বানত চিগা মথাউৰিৰ বান্ধ বান্ধিবৰ বাবে 'ফাণ্ড' নাই, কিন্তু বানপানীত ভহা মানুহক সাহায্য দিবলৈ 'ফান্দ' আছে।

যোগেশ্বৰে এনেদৰে জলকা মাৰি বহি থাকোতেই ভৰিৰ আঙুলিবোৰ বোকাত সোমাই গৈছে। ভৰি দুখন যিমানে চেঁচা হৈ গৈছে মূৰটো সিমানেই গৰম হৈ গৈ আছে। প্ৰশ্ন এটাই —

"এতিয়া কি কৰা যায় ?"

প্ৰথমটোত গ'ল আহু। দ্বিতীয়টোত অবশ্যে পানীয়ে নিব পৰা একো এটা নাছিল। পিছে বাৰীৰ পাণ, নাৰিকল সোপাই জুইৰ ভাপ পোৱা গছৰ দৰে হালধীয়া পৰিল। মাজৰ সময়খিনিত শালিধান কিছু ৰুইছিল। সজালও ধৰিছিল। কাতি বিহুৰ দিনা কেতেকীৰ ডিল ওলোৱাদি থোক ওলাব, গেৰ মেলিব, এইবোৰ ভাবি থাকোতেই তৃতীয়টো বানপানী। এইবাৰ যেনিবা হালৰ গৰু কেইটাও মৰি থাকিল।

টি ভি, ৰেডিঅ', বাতৰি কাকতত উপদেশ-বাক্য। ওপৰত হেলিকেপ্তাৰৰ শব্দ। বাহিৰে ৰবি শস্য কৰিব লাগে। ধান-চাউলৰ সলনি আলু-বেঙেনা খাব লাগে। প্ৰাকৃতিক বিপৰ্যয়ৰ লগত সহবাস কৰিব লাগে।

তৈয়াৰ হ'ল বানপানীয়ে ভাগি চিগি চিন-চাৰ নোহোৱা কৰিলে বুলিও খোলে ৰিপোৰ্ট এটা একেলগে গ'ল। যেন সাধুকথাৰ পুখুৰীটো ৰজাক জনাই খান্দিলেও পুতিলেও। সব হৰিলুট দিয়াৰ কাৰ্য্যৰ। ঠিকাদাৰজনে খোলে কাম আৰম্ভ কৰাৰ আগতেই টকাখিনি 'বিলাই' সাং হ'ল। এনেকৈনো দেশখনৰ প্ৰতি কাৰো মায়া মমতা নোহোৱা হ'লনে বাৰু ? দেশখন নিজৰ বুলি কয় অথচ দেশৰ মানুহবোৰ ইজন সিজনৰ শত্ৰু। কাৰো প্ৰতি কাৰো দয়া নাই , বিশ্বাস নাই। ৰাস্তাও নহ'ল, টকাবোৰও ভগাই খালে। এই ক্ষতিতকৈও ডাঙৰ ক্ষতি হ'ল — এইবোৰ দেখি শুনি নতুন পুৰুষৰ চৰিত্ৰ স্খলন। সিহঁতে এইবোৰ 'কামকে' এদিন সঁচা কাম বুলি পতিয়ন যাব।

• যোগেশ্বৰে মহামায়াৰ ওচৰত এনেদৰে কথাবোৰ বলকি থাকোতেই ক'ৰ পৰা জানো ডেকা-ল'ৰা এজন হেফাই-ফেপাই দৌৰি আহি মুহূৰ্ত্ততে বাৰান্দাত শুকাবলৈ ৰছী এডালত আৰি থোৱা চাদৰ মেখেলা দুখন পিন্ধি গাৰু এটা বুকুত বান্ধি ওলনি লৈ মজিয়াতে লেপেটা কাঢ়ি বহি ললে। সাঙুলাথ মাইকী মানুহে কেচুৱাক পিয়াহ মুখত দি থকাৰ দৰে। যোগেশ্বৰ আৰু মহামায়াৰ চকুত জলক-তবক লাগিল। নিজৰ চকুকে যেন বিশ্বাস কৰিব নোৱাৰে।

তেওঁলোকৰ চকু মজিয়াৰ পৰা চোতাললৈ ঘূৰাইছে নে নাই চাৰিজনমান মিলিটাৰী আৰু পুলিচ গপ্‌গপাই দৌৰি আহি যোগেশ্বৰৰ ঘৰৰ ভিতৰত সোমাল। সিহঁতে পিচ্ পিচ্ পাত পাতকৈ চাইছে আৰু মুখেৰে উচ্চাৰণ কৰিছে — উগ্ৰ কাহা গিয়া ? কাহা গিয়া ??

ঘৰৰ ভিতৰত থকা বস্তু-বাহানি দলিয়াবলৈ ধৰিলে। চাঙৰ ওপৰত তুলি থোৱা ভঁৰালৰ অৱশিষ্ট ধানৰ ডুলিৰ ধানবোৰ সিঁচৰিত কৰি পেলালে। বিছনাৰ কাপোৰ-কানিও দলিয়াই দিলে।

মিলিটাৰী জোৱান এজনে কেঁচুৱাক পিয়াহ খুৱাই থকা ওলনি লোৱা 'মাইকী' জনীলৈ চালে। যেন পিঞ্জৰাত থকা বাঘটোক খুচিয়াই দিয়াৰ ভাৱনিছে।

আন এজনে ক'লে : জনানাকো হ্যায় মত লগানা। গোডমে বাচ্চা হেই !

তাৰ পিছত অত্যাচাৰ আৰম্ভ হ'ল স্ত্ৰীৰ ওপৰত।

চুবুৰীৰ, মানুহ ভয়তে বাঁহনি-তল পালে । কোনো কোনো ডেকা ল'ৰাই পুখুৰীত জাপ দিলে। পুখুৰীত জাপ দি নাকটো আৰু চকুযুৰি উলিয়াই থাকিল । বাৰান্দাত ওলমি থকা পাৰ বাঁহবোৰৰ পৰা ভতুলা পাৰবোৰ ধলফলাই উৰি গ'ল । যোগেশ্বৰ আৰু মহামায়াৰ পুত্ৰ শ্যামল, বিমল আৰু অমল কবৰাৰ পৰা আহি চোতালতে থিয় দিলেহি । কন্যা নবীনাই সাউতকৰে ওলাই গৈ বাৰী পিছৰ কলগছ কেইজোপাৰ মাজতে সোমাই থাকিল।

অসমীয়া পুলিচ এজনে বহি থকা যোগেশ্বৰক গোটা মাৰি দি সুধিলে — ক' কুত্তা ? কলৈ গ'ল ? ল'ৰাজন ইয়াতে সোমোৱা আমি দেখিছো। উলিয়াই দিব নোৱাৰিলে তোৰ কণী দুটাকে উলিয়াই থৈ যাম ।

যোগেশ্বৰে কি ক'ব ? কি ভাষা আছে মুখত ? এই সময়ত শৰীৰৰ সিৰা উপসিৰাবোৰ উখহি উঠাৰ বাহিৰে গাত বল শক্তিও নাই যোগেশ্বৰৰ ।

কোনোবা এজন মিলিটাৰী জোৱানে যোগেশ্বৰৰ পিঠিতে বন্দুকৰ কুণ্ডাটোৰে খুন্দা মাৰি দিলে । 'মৰিলো ঐ' বুলি যোগেশ্বৰ ঢলি পৰিল।

চোতালত থিয় হৈ থকা শ্যামল, বিমল আৰু অমল দেউতাকৰ ওচৰলৈ আগবাঢ়ি আহিল। সিহঁতে দেউতাকৰ ওপৰত হোৱা অত্যাচাৰ সহ্য কৰিব নোৱাৰি প্ৰতিবাদ কৰিলে। সিহঁতৰ ওপৰতো পৰিল লাঠিৰ কোব। মহামায়াইহে চিঞৰ-বাখৰ কৰি মাজত দোৱালত মিলিটাৰী আৰু পুলিচ কেইজন গুচি গ'ল ।

শ্যামল, বিমল আৰু অমলে মনে মনে কিবা প্ৰতিজ্ঞা কৰিলে । যুৱবোৰে যেতিয়া কাম নকৰে বিবেক পলাই ফাট মাৰে । প্ৰতিজ্ঞা হয় প্ৰতিশোধ লোৱাৰ ।

মহামায়াই যোগেশ্বৰক শুশ্ৰূষা কৰাত লাগিল।

পুলিচ মিলিটাৰীবোৰ যোগেশ্বৰৰ চোতালৰ পৰা গুচি যোৱাৰ পিছত মাইকী মানুহৰ জেশচন ধৰা অচিনাকি ডেকা ল'ৰাজনে জেপৰ পৰা পাঁচশ টকীয়া নোট কেইখনমান মহামায়াৰ পিনে দলি মাৰি দি বাৰীৰ পাছ ফালেদি গো গোৱাই গুচি গ'ল ।

যোগেশ্বৰে লেহাই লেহাই থিয় দিবলৈ চেষ্টা কৰিছে । দেশখনত কি হৈছে এইবোৰ ? দেশৰ স্বাধীনতা আন্দোলনত যোগেশ্বৰে কাৰাবৰণ

মাইকী মানুহৰ ভেশ লব লগা হৈছিল । মাইকী মানুহৰ ভেশচন ধৰি শত্ৰু-পক্ষৰ বহুতো খবৰ অনা নিয়া কৰিছিল । বৃটিছৰ আজ্ঞাবাহী পুলিচৰ চকুত ধূলি মাৰি বহু কামেই কৰিছিল যোগেশ্বৰে। সেই আন্দোলন আৰু আজিৰ আন্দোলন একেই জানো ? বৃটিছে ঘূণীয়া কৰিব নোৱাৰা দেহা আজি স্বদেশী আইনে ঘূণীয়া কৰি থৈ গ'ল । মুহূৰ্ত্তে কি ঘটি গ'ল যোগেশ্বৰে তলকিবই নোৱাৰিলে ।

মহামায়া ভয়ত পেপুৱা লাগিছে। কলৈ যাওঁ ? কি কৰো ? নিশালৈকে বা এইবোৰে আৰু কি ভাওনা দেখুৱায়? নবীনাক কি কৰো? জীয়া গাভৰু এজনীক ক'ত লুকুৱাই থওঁ ?

ডেকা ল'ৰাজনক বাৰীৰ পাছ ফালেদি পলাই যোৱা দেখি নবীনা কলগছ কেইজোপাৰ মাজৰ পৰা ওলাল। তাই অতি ভয়ে ভয়ে ঘৰৰ চোতালৰ পিনে আগবাঢ়িল। বাৰান্দাত দেউতাকৰ অৱস্থা দেখি "দেউতা", "দেউতা" বুলি দেউতাকৰ গাৰ কাষতে উবুৰি খাই পৰিল।

ইমান পৰে ভুকি ভুকি লেবেজান হোৱা কুকুৰটো শান্ত হ'ল। সি চোতালৰ পৰা পদুলি মুখলৈ ওলাই আৰু দুৱাৰমান ভুকি চোতাললৈ লৰি আহিল।

\+ \+ \+

পিছদিনাখন যোগেশ্বৰৰ ঘৰ ওলট-পালট হৈ গ'ল। ল'ৰাহঁত ওলাইছিল বিলিফৰ চাউল আনিবলৈ। শয্যাশায়ী বাপেকে দিলে বাধা। বোলে-তিনিদিনৰ ছয় সাজ বিলিফৰ চাউল খাই বাকী বছৰটোত কি খাম ? দিয়ে যদি চৰকাৰে সমুদায় বানপানীত ধ্বংস হোৱা সম্পত্তিৰ মূল্য দিব লাগিব। বিলিফৰ শাৰীত সেই অকৰ্ম্মণ্য গেলাই বামুণে হাত পাতিব। মোৰ ল'ৰা হৈ তহঁতেও তাৰ শাৰীতে থিয় হৈ হাত পাতিবিনে ? নোৱাৰ পাতিব। লাগে নোখোৱাকৈ থাকিম।

যোগেশ্বৰৰ সেইখিনিতে লেঠা লাগিল।

দুৰ্খীয়া আটাইকেইজন পুতেক আৰু একমাত্ৰ কন্যাই বাপেকৰ ওচৰতে বহি ললে। বৰপুত্ৰ শ্যামলে দেউতাকক বুজাবলৈ চেষ্টা কৰিছে। কন্যা নবীনাও বৈ থকা নাই। কিন্তু দেউতাক যোগেশ্বৰ যে বৰ জেদি মানুহ। মাজু পুত্ৰ বিমল বৰ উগ্ৰ। সি হঠাতে দেউতাকক দপদপাই উঠিল : বিলিফ আনিবলৈ যে নিদিলি, দে এতিয়া ভাত খাবলৈ। নহলে টাঙোনেৰে

টঙনিয়াই মাৰিম খুড়া। তোৰ ইচাৰাতেই পুলিচ মিলিটাৰী আজি সাৰি গ'ল। নহলে নহলে নিজে মৰি অন্ততঃ এজনক হলেও দাওখনেৰেই ৰাখি থলোহেঁতেন ।

যোগেশ্বৰে চকু দুটাৰে ঘৰৰ মুখচলৈ চালে। সৌহাতখনেৰে কপালখন পিহি চালে। তেনেহলে যোগেশ্বৰৰ কপালখন এতিয়াও আছে? যোগেশ্বৰে ওচৰতে বহি থকা মহামায়ালৈ চাই কলে : সিহঁতক ভাতৰ সলনি কিবা দিয়া।

মহামায়াই প্ৰথমে উচুপি উচুপি পিছত বাউটি জুৰি কান্দিবলৈ ধৰিলে।

বিমলে দেউতাকক কৰা অপমান শ্যামল আৰু অমলে সহ্য কৰিব নোৱাৰিলে। সিহঁত দুয়োটাই বিমলক গৰা মাৰি ধৰিলে। ককাইদেউ, ককাইদেউ বুলি মাজত পৰিছে নবীনা। ঘৰখনত ভৰ দুপৰীয়া এখন অমাময়া ৰণ। ভাত খাবলৈ নাপাই বিমলে যেন বাপেককে খাব। মহামায়াই ইটোক টানিছে এবাৰ, সিটোক টানিছে। সিহঁতৰ হাতৰ খুন্দা লাগি মহামায়া ওফৰি পৰিছে।

: ওলাই যা তহঁত, মোৰ ঘৰৰ পৰা । ওলাই যা।

যোগেশ্বৰে অসুখীয়া দেহাৰে শৰীৰত যিমান জোৰ আছে সিমান জোৰেৰে গৰ্জ্জি উঠিল। লগে লগে আটাইকেজন ভায়েক ককায়েক আৰু একমাত্ৰ ভনী নবীনা ঘৰৰ পৰা ওলাই গ'ল। যোগেশ্বৰ পৰি থকা শেতেলীতে পৰি থাকিল। মহামায়াই চিএৰি চিএৰি কাবোৰাক যেন কৈছে : যাবৰ সময়ত সিহঁত প্ৰত্যেকেই একোকুৰা জুই হৈ ওলাই গ'ল ঐ যোপাইহঁত । কোনোবাই পাব যদি ঘূৰাই আনহঁত ঐ । সিহঁতে কাক পুৰি মাৰে ঠিকনা নাই হঁত ঐ । কাকো নাপালে নিজে পুৰি মৰিব— হঁত ঐ ।।

মহামায়াৰ একো একোটা চিএৰে যোগেশ্বৰৰ সৰ্বশৰীৰ কঁপাই তুলিলে।

যোগেশ্বৰ আৰু মহামায়াৰ তিন পুত্ৰ আৰু এক কন্যা এনেদৰেই ঘৰৰ পৰা ওলাই গৈছিল। শ্যামল, বিমল, অমল আৰু নবীনা। আটাই কেইজনেই কলেজৰ শিক্ষা লোৱা। কন্যা নবীনা, তাইও এম, এ, পাছ কৰি দুই বছৰ বহি আছে । সন্তান আটাইকেজনৰ বুদ্ধি ভালেই আছিল। কিন্তু সিহঁতে বিচৰামতে বাপেকে পঢ়ুৱাব নোৱাৰিলে । প্ৰযুক্তি বিদ্যা শিকাৰৰ বাবে বাপেকৰ টকা পইচাই নুকুলাইছিল বিবেকৈ বিমলৰ এইটো লাহিলত বৰ হেঁপাহ আছিল । মনৰ হেঁপাহ মনতেই মাৰ গৈছিল । অথাপি

বাপেকীটো হৈ যি পাৰিছে তাকে দি গৈছিল। যি পৰা নাছিল সিহঁতেই টিউশ্যন কৰি নিজৰ খৰচ নিজে উলিয়াই পঢ়া-শুনা কৰি আঁটাইছিল ।
যোগেশ্বৰ মহামায়াই ভাবি আছিল পুত্র কন্যাইঁতে পঢ়া-শুনা কৰি ওলালেই অভাৱ অনাটন আঁতৰিব । সমস্যা ভালেখিনি কমিব । কিছু আৰাম হ'ব ।

কিন্তু কথা গভীৰ হ'ল। গভীৰৰ পৰা গভীৰতৰ হ'ল। সিহঁতে দিগ্রীহে পালে চৰকাৰী বেচৰকাৰী কাম বন একো নাপালে। বিভিন্ন কাৰ্য্যালয়ত সাক্ষাৎকাৰ দিলে। ক'ৰবাত যদি সাক্ষাৎকাৰত প্রথম দ্বিতীয় হয় তাত আকৌ কোটাৰ বাবে সিহঁতৰ নাম তললৈ যায়। বিভিন্ন সেৱা আয়োগবোৰত পৰীক্ষা দিয়ে । তাতো নাপায় । আয়োগবোৰত চৰ্কীত বহি সাক্ষাৎকাৰ লোৱাবোৰৰ ভিতৰত এজনো খেতিয়ক নাই । গতিকে চাহাবৰ সম্মুখত চাহাবৰোৰৰ চানাবোৰে চাকৰি পায় । ৰেল সেৱা বেঙ্ক সেৱা, কোম্পানী সকলোতে নামত কেইজনমান অসমীয়া লৈ বাকীবোৰ আন ঠাইৰ। চাকৰি পোৱাৰ সৰহ সংখ্যক প্রাৰ্থীৰ ঠিকনা কিন্তু অসমত, কিটিপ। সকলোতে কিটিপ আছে । মেধা ল'ৰাই চাকৰি পাবলৈ হলেও কিটিপ জানিব লাগিব।

শোকৰ দিনমান যোৱাৰ পিছত যোগেশ্বৰে গা টঙালে । ইতিমধ্যে দূৰৰ গাঁৱৰ সোনাচাই এমোন চাউল ঘৰতে দি গৈছিল। সোনাচা মুছলমান মানুহ । যোগেশ্বৰৰ এসময়ৰ বিপদৰ বন্ধু । ইঘৰৰ কঠিয়া সিঘৰে সলনি কৰে । বিহুৰ সময়ত কুঁহিয়াৰৰ মিঠৈ, কোমল চাউল, তিল সলনা সলনিকৈ দুয়োঘৰে ভগাই-পিতাই খায়। যোগেশ্বৰৰ দুৰৱস্থাৰ কথা সোনাচাই দেখিকৈ শুনিছিল। শুনিয়েই এবস্তা এবস্তাকৈ এমোন চাউল। ধাৰ সুজিব নালাগে । সোনাচা বিপদত পৰিলে যোগেশ্বৰেও দিব।

ইহঁত জেনেহলে ঘৰত নাথাকে ? — সোনাচাই বাক্যবাণ কৈ যোগেশ্বৰৰ মুখলৈ চালে । যোগেশ্বৰেও সম্পূর্ণ অনীহা দেখুৱাই উত্তৰ দিলে, —

: নাথাকে মানে নায়েই। ক'ৰবালৈ ওলাই গৈছে। কলৈ গৈছে সিহঁতেহে জানে। বিভিন্নজনৰ মুখে বিভিন্ন কথা শুনিছো। কোনোবা দিন ভাল কথা, কোনোবা দিন বেয়া । ভাল শুনিলে ভাল লাগে। বেয়া শুনিলে বাপেকীটো হৈ কিয়েই বা কৰিব পাৰো? সিহঁতক পঢ়া-শুনা কৰিবলৈ দিছিলো— পঢ়া-শুনা কৰিছে। সিহঁতকৈ পঢ়া-শুনাত বেয়াবোৰে নাকৰ আগতে তিলিকি বজাই চৰকাৰী কাম পালে। .. আচলতে মোৰ

আদৰ্শ জীৱনটোৰেই সিহঁতক খালে। সিহঁতক কাৰো অন্যায় কৰিবলৈ দিদি আজি এনেকুৱা হ'ল।

যোগেশ্বৰে নিজৰ সন্তানক একো এটা গতি লগাই দিব নোৱাৰাটো নিজৰেই মহাদোষ বুলি ধৰি ললে। যেতিয়া কামকলো লগাই কি সাহসত? সেয়া নহয়। বছৰে বছৰে যেতি কৰো বছৰে বছৰে বানপানীত ধ্বংস। মোৰ লগতে সিহঁতৰ কষ্টবোৰো অথলে যায়। শেষত গৈ বি আগ নুমলীয়া কৰবলৈ পাৰো তাৰেহে কোনোমতে দহমাহ মান খাব পাৰো।

যা। ঘৰৰ পৰা চব ওলাই যা। যতে যেনেদৰে পাৰ নিজে নিজে বাট উলিয়াই খুটি খুটি খাই থাকগৈ।

মহামায়াহি যোগেশ্বৰৰ পিঠিখনত তেল মালিছ কৰা হ'লত যোগেশ্বৰে পিঠিখন বেলিটোৰ ফালে দি শুই বহিল। ব'স লাগিলে বিষটো অকণ কমা যেন লাগে। কেতিয়াবা কথাৰ মাজতে হাঁহিৰ চেষ্টা কৰি পৰিবাৰ মহামায়াক কয়ও: সকলোতে পুৰস্কাৰ আছে। কৃষকৰ পুৰস্কাৰ নাই। মোৰ পিঠিত পৰা মিলিটাৰীৰ বন্দুকৰ কুণ্ডাৰ খুন্দা কেইটাও পুৰস্কাৰ বুলিয়ে ধৰি লোৱাছোন।

\+ \+ \+

শ্যামল, বিমল, অমল আৰু নবীনাই ক'ত কি কৰি আছে যোগেশ্বৰ নাইবা মহামায়াই ভালদৰে নাজানে যদিও ইজন সিজনৰ মুখে কিবা কিবি শুনি থাকে। সেই অঞ্চলৰ মানুহবোৰে আকৌ শ্যামলইজন দুই এটা কথা শুনে গোগোলমাৰা গাঁওবুঢ়াৰ পৰা। গোগোলমাৰা গাঁওবুঢ়া দুনীয়াখন ভ্ৰমি ফুৰে। গাঁওবুঢ়াৰ আকৌ এটা বেয়া স্বভাৱ আছে, — তেওঁ কোনো কথা বা ঘটনাকে সম্পূৰ্ণকৈ নকয়। তেওঁৰ কথাৰ ইংগিততে মানুহে বি বুজে বুজি লয়।

গোগোলমাৰা গাঁওবুঢ়াৰ পিন্ধনত মলিয়ন খদ্দৰৰ ধুতী আৰু পাঞ্জাবী। মূৰত এটা গান্ধী টুপী। চেহেৰাটো লেংলেঙীয়া। তেওঁ ক'ত থাকে ক'ত খায় তাক সেই অঞ্চলত কোনেও নাজানে। মানুহে বুলিলে — তেওঁ যদি সিদিনা ৰাতি দক্ষিণ ফালে ক'ৰবাত থকাৰ কথা ভাবিছে তেনেহ'লে মানুহক উত্তৰ দিয়ে উত্তৰফালৰ গাঁও এখনৰ কথা। মুঠতে তেওঁ সাঁচাটো সদায় বেকত নকৰে। কাৰণ আজিকালি চিৰিঅৰিটীৰ কথা আছে। মানুহ বিশেষকৈ দেশসেৱকবোৰে ভাত-পানী খাইয়ে জীয়াই নাথাকে। মুৰুকায় কথাটোও

আছে।

গোগোলমাৰা গাঁওবুঢ়াই সদাই সকলো সময়তে গেন্ধে ফুলৰ মালা এধাৰ পাঞ্জাবী চোলাটোৰ জেপতে লৈ ফুৰে। সভাপতি হ'বৰ বাবে মিটিং বিচাৰি ফুৰে। মূৰত গান্ধী টুপীটোৰে ধুতী পাঞ্জাবী পিন্ধি নেতাৰ বেশ লয়। ধুতীখন এনেদৰে পিন্ধে যাতে বতাহ লাগিলেই কৰঙনলৈকে নোমে চোমে ওলাই পৰে। বতাহ নাথাকিলে, বিশেষকৈ মহিলাৰ সমাবেশ দেখিলে বতাহৰ কামফেৰা তেওঁৰ চলন্তি মুদ্ৰাদোষটোৰে বাওঁহাতখনেৰে কৰে। সোঁহাতখনত অনবৰতে এখন অসমীয়া খবৰৰ কাগজ থাকে। তেওঁ বক্তৃতা দিবলৈ থিয় হ'লে ভৰি দুখন সদাই সাত বাজি পাঁচিশ মিনিট খোৱাৰ নিচিনাকৈ থিয় হয়।

পিছে আহক সেইফালৰ পৰা গোগোলমাৰা গাঁওবুঢ়া। তেওঁ ৰাস্তাই পদূলিয়ে দহজন মান মানুহ একেলগে থিয় হৈ থকা দেখিলেই মিটিং পাতে। যোগেশ্বৰহঁতৰ গাঁৱৰ সিমূৰত দহজনমান ডেকা বুঢ়া থিয় দি আছিল। গোগোলমাৰা গাঁওবুঢ়া ওচৰ চাপিলত সকলোৱে তেওঁৰ পিনে চালে। গাঁওবুঢ়াই আগতে মাত দিলে,—

: ৰাইজ! বানপানীয়ে পানীখোৱা পুখুৰীৰ পঁচা পানী, ঘৰৰ কাষৰ জাবৰ-জোথৰ সকলো উবুৱাই নি চাফা কৰিলে। পুখুৰীত মাছ সোমালে। আমাৰ বহি থকা কৰ্মীবোৰৰ কাম বাঢ়িছে। আপোনালোকে বা ইয়াত কি কৰিছে ?

: এহ্ নকব আৰু। বিলিফৰ চাউল আনিবলৈ মানুহ গৈছে। এই পোৱালিটোক খবৰ এটা লৈ আহিবলৈ কলো। একন একনকৈ দুজনেই গ'ল। কিন্তু খবৰ আৰু নাহিল। আমি কলো বোলো বলেন, তইয়ে যাচোন আগবাঢ়ি। আমো নাই ফমুটিও নাই দেখোন। সি বেঙাই হা কৰি মুখ মেলি চাই আছে। সি হেনো "আমো নাই ফমুটিও নাই " মানে কি বুজি পোৱা নাই। তাকে বগৰ কৰি থিয় দি আছো। ইপিনে সি এইবাৰ হাইস্কুল শিক্ষান্ত পৰীক্ষা দিবলৈ ওলাইছে।

: বুজি পাব কি সত্তে? সি আজি-কালিৰ ল'ৰা নহয় জানো ? সি "আমো নাই ফমুটিও নাই"ৰ সলনি ' মদও নাই গিলাৰ্চও নাই বুলি কলেহে বুজি পাব।

গাঁওবুঢ়াৰ কথা শুনি উপস্থিত ল'ৰা বুঢ়া আটায়ে হাঁহিবলৈ ধৰিলে। তাৰে মাজতে ডেকা একনে চিএৰি ক'লে : গাঁওবুঢ়াকাই অহা চৌখিশ

অক্টোবৰত পূৰ্ণ গ্ৰাস  সূৰ্য্য গ্ৰহণ  হ'ব ।

অ' হ'ব  হ'ব। সূৰ্য্য গ্ৰহণও হ'ব বানপানীও হ'ব। পিছে মই আজি তাতকৈ ডাঙৰ খবৰ এটা আনিছো। এইখন  নও নৱেম্বৰ '৯৫ চনৰ দৈনিক অসম। এইয়া চোৱা — আঠ পৃষ্ঠাত এটা তাজা খবৰ আছে।

গোগোলমাৰা গাঁওবুঢ়াই বক্তৃতা দিয়াৰ দৰে পঢ়ি গ'ল।  ..

“ব্ৰহ্মপুত্ৰ ব'ৰ্ডলৈ বটা”। “কেন্দ্ৰীয় গৃহ  মন্ত্ৰালয়ৰ চৰকাৰী ভাষা বিভাগৰ ‘ৰাজভাষা বটা’ৰ প্ৰথম পুৰস্কাৰ এইবাৰ লাভ কৰিছে স্থানীয় ব্ৰহ্মপুত্ৰ বোৰ্ড কাৰ্য্যালয়ে। অলপতে ইয়াত অনুষ্ঠিত অনুষ্ঠান এটাত এই পুৰস্কাৰ প্ৰদান কৰে। উল্লেখযোগ্য যে ব্ৰহ্মপুত্ৰ বোৰ্ড কাৰ্য্যালয়ে ১৯৯৪—৯৬ চনতো ‘ৰাজভাষা বটা’ৰ প্ৰথম পুৰস্কাৰ পাইছিল । কাৰ্য্যালয়ত হিন্দী ভাষাৰ ব্যৱহাৰত সাফল্য লাভ কৰাৰ বাবেই ব্ৰহ্মপুত্ৰ বোৰ্ডক বটা দিয়া হৈছে” ।

দেখিলা বোপাইহঁত ? শুনিলা ? সূৰ্য্য গ্ৰহণত পৃথিৱীৰ হাঁটোৰে পোহৰক ভেটা দি আমাক আধা ঘন্টাহে ঠগাইছে ? ব্ৰহ্মপুত্ৰ বোৰ্ডে শিল মাটিৰে বানপানী ভেটা দিব নোৱাৰি  ভাষাৰে ভেটা দি আমাক ব্ৰহ্মঠগন দিলে।

পিছে এনেদৰে কথা পাতিব মাপায় নহয় বোপাইহঁত। আনুষ্ঠানিক ভাবে পাতিব লাগে। হো লোৱা এই মালাখাৰ। মোক মাল্যদান কৰা আৰু বিশিষ্ট অতিথি পাতা । সকলো কথা মিটিং আকাৰে  হ'ব লাগে। তেহে  কাগজে-পত্ৰই, টি, ভি, ৰেডিঅ'ত প্ৰচাৰ  হ'ব ? তোমালোক নগলেও হ'ব। মইয়ে সেইবোৰ প্ৰচাৰৰ ব্যৱস্থা কৰিম ।

মাল্যদান হ'ল । উপস্থিত সকলোৱে হাত চাপৰি বজালে । শলাগৰ শৰাইত শেষ। গোগোলমাৰা গাঁওবুঢ়া যিফালে যাব বুলি মানুহে ভাবিছিল তাৰ ওলোটা ফালে খোজ দিলে।

\+ + +

যোগেশ্বৰৰ বৰপুত্ৰ শ্যামল বৰ্ত্তমান খোদ ৰাজধানীত । দিশপুৰত লগ পাইছিল প্ৰাথমিক বিদ্যালয়ত একেলগে পঢ়া গৰ্গক। সেই গৰ্গ — যি গৰ্গই  প্ৰাথমিক বিদ্যালয়তে বছৰেকীয়া পৰীক্ষাত অঙ্কৰ বহীত নিজে আলু লোৱাৰ আগতেই হেড্ পণ্ডিতক সঁচা আলু একজা দি আহিছিল। আৰু সঁচাকৈয়ে আলুৱেই তাক প্ৰাইমাৰীৰ শেষ পৰীক্ষাৰ দেওনা পাৰ কৰাই

হাইস্কুলত বহাৰ সুযোগ দিছিল । তাৰ পিছত গগাই কিমানলৈ পঢ়িলে নাইবা কলৈ গ'ল কোনোৱে খবৰ নাৰাখিলে। সি এতিয়া হেনো মন্ত্ৰীৰ ঘৰত মালী কাম কৰে । টেম্পৰেৰী চাকৰি । মন্ত্ৰী গলে মালীও যায়।

গগৰ্ৰ চেহেৰা-পাতি সাজ-পোছাক শ্যামলতকৈ বহু ওপৰত। অনাৰ্চ লৈ বি এচ্ চি পাছ কৰা শ্যামল মন্ত্ৰীৰ কেৰ্বাটাৰৰ বাগানৰ মালী গগৰ্ৰ শৰণাপন্ন হব লগীয়া হৈছিল। গগাই বোলে শ্যামলদা ! ঘৰত সোমাই থাকি বাহিৰৰ ভু-ভা নোপোৱা। ঘৰৰ মোহ এৰা। মোৰ লগতে থাকা। ভোট আহিছে নহয় ? মন্ত্ৰী এম এল এক বহুতো বিশ্বস্ত মানুহ লাগে। সেইবোৰ চাকৰি যোৱা চিপাহী চন্তৰীয়ে মন্ত্ৰী এম এল এৰ এজেন্ট হৈ টকাক টকাই ঘটিছে ! তুমি ঘৰতে ইমান দিন বহি থাকি যোগে দদাইক কষ্ট দি আছিলা কেলেই ? এতিয়া আৰু তুমি কেচুৱা হৈ থকা নাই নহয়? আজি বিয়া কৰাই দিলে কালিলৈ ছোৱালীক গা ধুব নোৱাৰা অৱস্থা কৰিবা। থাকা মোৰ লগতে। মই চিনাকি কৰি দিম নহয় ? ক'ত কেনেদৰে তেল মালিচ কৰিব লাগে তাকো শিকাই দিম। কেৱল ন্যায় অন্যায়ৰ কথা বৰকৈ ধৰি নাথাকিবা। অ', তোমালোকৰ নিচিনা শিক্ষিতবোৰৰ আকৌ সেইবোৰ বৰ বেয়া অভ্যাস। ন্যায় অন্যায়ৰ লগত যুঁজি, লাগি থাকিলে জীৱনত একো নহব। এইবোৰ কামত বুদ্ধি খুটুৱাব জানিলে একোখন কাগজ ত্ৰিশ চল্লিশ হাজাৰত বিক্ৰী হয়।

প্ৰথমতে শ্যামলৰ মনটোত উগুল-থুগুল লাগিছিল। গগাই এইবোৰ কয় কি ? চেক্ , বেঙ্ক ড্ৰাফ্ট আদি নহলে কাগজৰ দামনো ত্ৰিশ চল্লি শ হাজাৰ টকা হব পাৰেনে ?

পাৰে পাৰে। সেইবোৰ মই শিকাই দিম। — গগাই বুকু ফিন্দাই কয়।

ৰাজনীতি কৰা মানুহবোৰ বৰ সন্দেহী। পদে পদে সন্দেহ কৰে। কৰিব লগাটোতো কৰে কৰিব নলগাটোতো কৰে। গতিকে নিজৰ ব্যক্তিত্ব বিসৰ্জন দি হলেও সিহঁতৰ বিশ্বাসভাজন হব লাগিব। তাৰ পিছত লাহে লাহে বুদ্ধি খটুৱাব জানিলে নেতাও হব পাৰিবা।

লেং মাৰা মানে কি জানা ? নাজানা ? জানিবা। লাহে লাহে জানিবা। যিয়ে তোমাক ওপৰলৈ তুলি নিব তাকে তুমি লেং মাৰি বগৰাই নিজে ওপৰলৈ যাব লাগিব। অসুনবি ৰাজনীতিত হাঁহিটো বৰ দৰকাৰী

বস্তু। হাঁহি মাৰি কথা কব জানিব লাগিব। পেটৰ কামোৰ হলেও হাঁহিব লাগিব আৰু বৰঁকে জ্বৰ উঠিলেও হাঁহিব লাগিব। মুঠতে হাঁহি হল ৰাজনীতিৰ প্ৰধান অঙ্গ। সমাজ সেৱাও হাঁহিৰেই হৈ যায়। এই বস্তু যাৰ নাই সি সফল ৰাজনীতিক হব নোৱাৰে। হলেও খুউব বেছি বিসম্বাদী হব পাৰিব। মুঠতে ৰাজনীতিত হাঁহিটো বৰ জৰুৰী বস্তু। তোমাক বুদ্ধিবোৰ শিকাই দিম। পিছত তুমি নিজে নিজে জনা হবা।

ৰাজনীতিত মানুহৰ জাত নাচাবা। দলৰ জাত চাবা। নিজৰ দলৰ গুৰুৰ ভৰিতে কপালখন থৈ দিবা। অৱশ্যে আজি-কালি কিছুমান বিষয়াইও এই পদ্ধতি লৈছে। নিজে খন্দা পিছিৰ মুখখন মুকলিকৈ ৰাখিবৰ বাবেই বিষয়া কিছুমানেও এই ব্যৱস্থা গ্ৰহণ কৰিছে। আটাইতকৈ বিৰত সহচৰ হোৱা এয়ে উত্তম উপায়। তাৰ পিছত উলিয়াব লগাবোৰ উলিয়াই থাকিবা। এদিন লাগে ভগৱানকে সেৱা নকৰিবা — কিন্তু ৰাজনীতিত গুৰুক সেৱা কৰিবলৈ নাপাহৰিবা। সিদ্ধিদাতা গণেশক পূজা কৰিলেই যেনেদৰে তেত্ৰিশকৌটি দেৱতা সন্তুষ্ট হয় তেনেদৰে নিজৰ নিতাৰৰ ভৰিত কপাল থঁহা কামত প্ৰবৃত্ত হ'লে জনগণৰ সেৱা নকৰিলেও হয়।

দিল্লীত যি অৱস্থা অসমতো সেই ব্যৱস্থা। মই নামতহে মালী। কামেৰে কাক কি কৰি দিয়া নাই ? বিশ্বাস, বুজিছা, বিশ্বাস। ৰাজনীতিত বিশ্বাসী মানুহ পাবলৈ টান। ৰাজনীতিকে বিশ্বাসী মানুহ বিচাৰি ফুৰে। তাৰ মাজতে তুমিও লোমাৰ লাগিব। কেইখন মান পাৰ্টি লোৱাৰ পিছত তোমাৰ নিজৰ টকা পইচাবতো জোৱা মাৰিব পৰা হবাই আনকো দিব পৰা হবা। মাত্ৰ অপেক্ষা কৰা সুযোগৰ। চাই থাকা। মই আজিহে মালী। কালিকৈ কিহৰ মালিক হও চাই থাকা। সৰু সৰু চাকৰিত এইটোৱে ভাল। কাম কৰিব নালাগে অথচ দৰ্মহা পাই থাকিব পাৰি। সৰু চাকৰি কৰিলে বহুতো কাম কৰিব পাৰি। মাছৰ মালিক হব পাৰি, বিলাতী মদৰ দোকানৰ মালিক হব পাৰি, মিউনিচিপালিটিৰ কাউন্সিলাৰ হব পাৰি আৰু কি যে হব নোৱাৰি ? এম এল এ হব নোৱাৰিলেও 'হয়' বুলি হমকি দিব পাৰি।

মোৰ লগত কিছুমান নকলকোম্পানীৰ নাম ছপোৱা বাইণ্ডিং পেড্ আছে। শিক্ষিত নিবনুৱা বুলি তিন উপৰ পাৰ্টি লোৱা। তিন উপ মানে কি জানানে নাই ? পানীত ভাঁহি অহা কাঠ। জাবলিৰ মাজৰ

পৰা গছ কটাই গছ কাটিব নৈৰ ভাটীৰ পিনে ধৰোতাই ধৰিব। তুমি কেৱল পাৰ্মিটখন বিক্ৰী কৰি দিলেই হ'ল।

: গৰ্গ! তই মোক চোৰ হবলৈ শিকাইছ?

: হেই শ্যামল! কিতাপত পঢা কথাবোৰ কামত খটুৱাবলৈ চেষ্টা নকৰিবাছোন। মই তোমাক চোৰ হবলৈ কোৱা নাই নহয় ! কিন্তু সৎ হবলৈ হলেওতো চোৰ কেনেকুৱা তাক চিনি পাব লাগিব। ৰাস্তাত গাড়ীখন তুমি ভালদৰে চলালেই নহব নহয় ? এক্সিডেন্ট নহবৰ বাবে আনে কেনেদৰে চলাইছে তাকো চাব লাগিব।

এতিয়া ইলেকশ্যান আহিছে। নমিনেশ্যন চাব্‌মিট্ কৰিলেও দুই চাৰি সম্ভাব্য প্ৰাৰ্থীয়ে তোমাক 'বহিবলৈ' টকা পইচা দিব। লবা। নোলোৱাকৈ নাথাকিবা। মোৰ চাকৰিটো দেখিছাই। মালীৰ চাকৰি। মন্ত্ৰী যিদিনাই ভৰ্গী যাব ফুলৰ টাববোৰো সিদিনাই ইয়াৰ পৰা নাইকিয়া হ'ব। আৰু এই ফুলৰ টাবৰ নিচিনা গৰ্গ মালীৰও চাকৰি নট্। মই মোৰ গুমৰ ফাঁক কৰি নিদিওঁ। কিন্তু এই কেইবছৰতে দুহাতে চপাইছো। মোৰ কি হোৱা নাই ? চহৰত ঘৰ বাৰীয়ে হোৱা নাই নে টকা পইচাই হোৱা নাই?

টকাৰ কাৰণে সমাজৰ কেইজন মানুহ সলনি নোহোৱাকৈ থাকে? জিকি অহাৰ পিছত কিছুমান এম এল এক চাবাছোন। বেচেৰা মানুহবোৰে যি পাৰ্টিক ভোট দি পঠিয়াই দিয়ে ৰাতিৰ ভিতৰতে সিহঁত বেলেগ পাৰ্টিৰ মানুহ হৈ থাকে। সিহঁতে যদি ঘোঁৰাৰ পিঠিত উঠি চাব মাৰিছিল ৰাতিৰ ভিতৰতে গাধৰ পিঠিত।

শ্যামলে গৰ্গৰ কথাবোৰ বৰ ভালদৰে শুনিছিল। অৱশ্যে ভাল মাক-দেউতাকৰ ভাল সন্তান হিচাপে থাকিলে এইবোৰ কথা নুশুনিলেহেঁতেন। যিহেতু মাক-দেউতাকেও একো এটা কৰি দিব পৰা নাছিল আৰু নিজেও প্ৰতিটো কামতে বাৰে বাৰে উপেক্ষিত হব লগীয়া হৈছিল সেয়ে গৰ্গৰ কথাবোৰ 'সময়ৰ বেদ' বুলি শ্যামলে গ্ৰহণ কৰিছিল। তাৰ কোমল উদাৰ মনটো হঠাতে হিংস্ৰ হৈ উঠিছিল। আজিৰ সমাজখনত ভাল কোনটো বেয়া কোনটো, সৎ কোনটো অসৎ কোনটো তাৰ বাচ বিচাৰ কৰাটোৱে এটা ভয়ঙ্কৰ কথা হৈ পৰিছে। সেই ক্ষেত্ৰত অল্প বিদ্যাৰ অধিকাৰী গৰ্গৰ কথাবোৰ বুজাবি উবাই দিয়াটো শ্যামলৰ বাবে কষ্ট সাধ্য হৈ পৰিছিল। কিবা এটাটো কৰিবই লাগিব। একো নকৰাবোৰক লৈইলৈই-হেইহেই। বহুদিনীয়া

বেমাৰী আৰু বহুদিনীয়া নিবনুৱা মাক বাপেকৰো দাঁতৰ ছল।

শ্যামল গগৈৰ কথামতেই আগবাঢ়িছিল। ৰাজনীতিৰ বজাৰখন আৰু প্ৰশাসনৰ বজাৰখন সি অলপ দিনৰ ভিতৰতে চিনি পোৱা হৈছিল। কাৰ কেতিয়া দাম উঠে আৰু কাৰ কেতিয়া দাম কমে সি আগতীয়াকৈ চিনি পোৱা হ'ল। দুবছৰৰ ভিতৰত সি এজন ভাল ৰাজনৈতিক কৰ্মীৰূপে প্ৰতিষ্ঠিত হ'ল। কৰ্ম্মী মানে ৰাইজক সেৱা কৰা কৰ্ম্মী নহয়, ৰাজনীতিৰ গুৰুক সেৱা কৰা কৰ্ম্মী। ভাৰতবৰ্ষৰ ৰাজনীতি বৰ্ত্তমানে তোষামোদকাৰীৰ ৰাজনীতি। তোষামোদ কৰিব নজনাৰ স্থান নাই।

এইবোৰ কাৰণতে শ্যামলৰ সোঁৱে বাওঁৱে মানুহ ভৰি থাকে। বিষয়া, ঠিকাদাৰ, ব্যৱসায়ী সকলো। তেনেদৰে জেপলৈ টকা পইচাও আহি থাকে। অনিময়ক নিয়ম কৰিব পৰা বোৰেই আজিৰ দিনৰ প্ৰতাপী মানুহ। নিয়মত চলাবোৰ দুৰ্ব্বল, ভয়াতুৰ। দুৰ্ব্বল, ভয়াতুৰ মানুহে দেশ সেৱা কৰিব নাজানে। সিহঁত দেশ প্ৰেমিকৰ লিষ্টতও নপৰে। গতিকে প্ৰতাপী মানুহেই দেশ প্ৰেমিকৰ আখ্যা পাব পাৰে।

এদিন যোগেশ্বৰৰ ৰবপুত্ৰ শ্যামল— দেশপ্ৰেমীকও বনে-জঙ্গলে ঘূৰি ফুৰা, সততে বুকুত বন্দুক বান্ধি ৰাখি থকা প্ৰবল প্ৰতাপী দেশপ্ৰেমিকৰ বৰ বেয়াকৈ চকুত পৰিল। ইজন সিজনৰ হ'ল চিকাৰ।

+ + +

গোগোলমাৰা গাঁওবুঢ়া আজি পূব পিনৰপৰা বৰ বেগা-বেগীকৈ আহিছে। তেওঁ যেন বেলিটোৰ পোহৰকো চেৰ পেলাই আগবাঢ়িছে। তেনেতে কোনোবা ডেকা ই ফৈউৰাৰ দৰে চিঞৰি কোৱা শুনিলে : গোগোলমাৰা গাঁওবুঢ়া! আৰু আগলৈ নাযাবা। ছাত্ৰ সংস্থাই সৌ অৰ্জুন গছৰ তলৰপৰাই সিফালে কাৰ্ফিউ দি থৈছে। আগৰ স্কুল থনত মাষ্টৰক পুলিচে কাণত ধৰি উঠা বহা কৰাইছে।

গোগোলমাৰ গাঁওবুঢ়াই ব্ৰেক ধৰিলে। ব্ৰেক টানিলে চাইকেলৰ পিচৰ চকা চুচৰি যোৱাৰ দৰে তেওঁৰ ভৰি এখন চুচৰি গ'ল। ভাগ্য ভাল যে পি, ডব্লিউ, ডিৰ গোটেই ৰাস্তাটো গাত গাঁত হৈ আছে । তাৰে এটা গাঁতত যেনিবা ভৰিখন বজি ৰ'ল। তেওঁলৈ কোনে চিঞৰিছে ভ্ৰূক্ষেপ নকৰিলে। ক্ষন্তেক থিয় হৈ কিবা এটা ভাবিলে আৰু জেপত থকা মালাখাৰি সোঁখন হাতেৰে খেলিয়াই চালে। মনে মনে মুখতে ভোৰভোৰালে : "কাৰ্ফিউ

দিয়া জাগাত মিটিং পাতিবলৈ কিমান ভাল তই কি বুজিবি যেঁউৰা? কাযিঁউ কি বানপানীৰ নিচিনা নেকি যে অৰ্জুন গছডালৰ সিফালেহে থাকিব পাৰে— ইফালে থাকিব নোৱাৰে?”

হয়ে হয়। কিছুদূৰ আগবাঢ়ি যোৱাৰ পিছত দেখে স্কুলৰ সন্মুখৰ ফিল্ডতে দহ বাৰজনমান শিক্ষক শিক্ষয়িত্ৰী। গোগোলমাৰা গাঁওবুঢ়াই বাওঁখন হাতেৰে ধুতীৰ লোচটো ধৰি অলপ বতাহ উজাৰি দিলে। তাৰ পিছত ফিল্ডৰ ফালে চোঁচা।

ঃ ইয়াতেই, ইয়াতেই শিক্ষকক পুলিচে কাণত ধৰাইছিল? নধৰিব কিয়? সিহঁত জানো এনেয়ে পুলিচ হবলৈ পাৰিছে? তোমালোকে কমখন কাণত ধৰাই পিটি পিটি হাইস্কুলৰ ডেওনা পাৰ কৰালানে? কলেজত সিহঁতে প্ৰফেচাৰৰ লগত কম মিতিৰালি পাতিলেনে? পুলিচ হব লগা পৰীক্ষাত পাচ কৰিবৰ বাবে এনেয়ে আগতীয়া জোৰাঁয়েক হৈছেনে? আজিকালি ভোটত হাৰা এম, এল, এৰ জোঁৱায়েক হোৱাও ভাল।

আহা, আহা। এনেয়ে কথা পাতিব নাপায়। হোৱা। মালাধাৰি লোৱা আৰু মোক সভাপতি বৰণ কৰা। নিয়ম মাফিক মিটিং হৈ যাওঁক। তেহে প্ৰচাৰ হব। ৰেডিঅ 'ত হব বাতৰি কাকতত হব টি

শিক্ষকৰ আৰু ইয়াতকৈ বেছি কি হব? খুউব বেছি মন্ত্ৰীৰ পাছে পাছে ঘূৰি স্কুল ক্ষতি কৰি ৰাষ্ট্ৰীয় পুৰস্কাৰ লৈ দুবছৰ বেছিকৈ চাকৰি কৰিব পাৰিবা। নোৱাৰাবোৰে সান্ত্বনা লভিব লাগে। সান্ত্বনা বৰ ডাঙৰ বস্তু। সান্ত্বনা লভিলে সকলো সমস্যাই শেষ হয়। নেতাবোৰে কোৱা শুনা নাই জানো? আজি-কালি সকলো দেশতে কৰাপ্‌শ্যচন আছে। আমাৰ ইয়াত নাথাকিব কিয়? ইও এটা সান্ত্বনা নহয় জানো? ওঁ। সকলোৰে সান্ত্বনা লভি থাকা। দুখ বেজাৰ, অসূয়া অপ্ৰীতি সকলো পলাই ফাট মাৰিব।

মাল্যদান হ'ল। উপস্থিত সকলোৱে হাত চাপৰি বজালে। শলাগৰ শৰাইত শেষ।

গোগোলমাৰা গাঁওবুঢ়া যিফালে মানুহে যাব বুলি ভাবিছিল তাৰ ওলোটা ফালে খোজ দিলে।

\+ \+ \+

যোগেশ্বৰ আৰু মহামায়াৰ দুই নম্বৰ পুত্ৰ বিমল। বাপেক মাকৰ

লগত বৰকৈ কথা নাপাতিছিল। সন্মান সহ বি এছ চি পাছ কৰি উঠি কেইবা ঠাইতো ইণ্টাৰভিউ দি চাকৰি নাপালে। ধাৰ-ঋণ আদি লৈ ঠিকা ব্যৱসায় আদিও কৰিব বুলি প্ৰচেষ্টা চলাইছিল। পিছে এইবোৰ কৰিবলৈ হলেও আগতীয়াকৈ বহু টকা বিলাব লাগে।

বিমল হতাশ নহ'ল। সি সহজতে হতাশ হোৱা মানুহও নহয়। ঘৰৰ পৰা কাজিয়া কৰি ওলাই গৈ সি কাৰোবাৰ মুখত শুনিলে বোলে বি এচ চি পাছ কৰা যিমান টান এম এচ চি পাছ কৰা সিমান সহজ। কেৱল পহিলাতে এটা সংগঠনত নাম ভৰ্তি কৰিব লাগিব। প্ৰথম কেইমাহমান ইনফৰ্মাৰ হিচাপে কাম কৰিলেই হব। পঢ়াৰ খৰচ, হোষ্টেল খৰচ পাই থাকিব। এম এচ চি পাছ কৰাৰ পিছত যদি উপযুক্ত হৈ উঠে সংগঠনে বিদেশত ট্ৰেইনিং দি আনিব। বোমা বন্দুক মাৰা ট্ৰেইনিং। মানুহ মাৰা ট্ৰেইনিং। কিন্তু ইয়াত সোমালে সতকাই ওলাইঅহা টান। নিজ ইচ্ছা মতে ওলাই আহিব নোৱাৰে। বিশ্ববিদ্যালয়ৰ চাটিফিকেটৰ ইয়াত কাম নাই।

বিমল মান্তি হ'ল।

দিনত ক্লাচ কৰি উঠি ইউনিভাৰ্চিটি হোষ্টেলতে নিশা আকৌ বেলেগে ক্লাচত উপস্থিত থাকিব লাগে। এইবোৰ বৰ জনা প্ৰফেচাৰ। দিনৰ প্ৰফেচাৰ বোৰতকৈ এওঁলোক বেছি দামী যেন লাগিলতাৰ। দেশ বিদেশৰ সকলো কথা খৰচি মাৰি জানে। দিনত যদি এক ধৰণৰ দেশপ্ৰেমৰ শিক্ষা, নিশাৰ ক্লাচত আকৌ এক ধৰণৰ দেশপ্ৰেম। ধুবী নাপিতৰ পৰা মন্ত্ৰী এম এল এ সকলো দেশপ্ৰেমত উথলি উঠা আৰু উগ্ৰপন্থীহঁতৰো দেশপ্ৰেম উথলি উঠা। তেওঁলোক কোনেও বিশ্বাসত নলয় মাথো দেশৰ মানুহবোৰক। যেন দেশখন ভাল; মানুহবোৰ ভাল নহয়। সেয়ে বন্দুকৰ আগতো মানুহ মৰিছে বানপানীত ভাহিও মানুহ মৰিছে।

পঢ়ি থকা দুবছৰত বিমলে ইনফৰ্মাৰ হিচাপে কাম কৰিলে। গতিকে টকা পইচাৰো অভাৱ নোহোৱা হ'ল। সি পঢ়ি থকা দুবছৰতে একো একোটা নিশা তাৰ বিছনাত চাৰিজনকৈ শোৱে। হোষ্টেলত পঢ়া-শুনা নকৰিলেও কথা নাই। পৰীক্ষা পাছ কৰিব বুলি সি আগতীয়াকৈ পত্ৰ পাই গৈছিল। আজিকালি মানুহে পঢ়া-শুনা কৰি জ্ঞান অৰ্জন কৰিব নালাগে কেৱল বেছি জ্ঞান থকা বুলি সমাজত জাহিৰ কৰিবলৈ জানিব লাগে। নীতি আদৰ্শ বুলিটো কোনো কথাই নাই। সেইবোৰ ভাঙনিৰ সাধু সন্ন্যাসীৰ

কথা। নীতি আদৰ্শ জীয়াই ৰখা মানুহক সম্বৰ্দ্ধনা জনালেই দেখোন নিজকে জ্ঞানী জ্ঞানী যেন লাগে।

বিশ্ববিদ্যালয়ৰ ডিগ্ৰী লৈ বিমল এইবাৰ ওলাল বিদেশলৈ। ওলাল মানে নিবলৈ ওলাইছে। যাওঁতে অৰণ্যে জঙ্গল, পাহাৰ পৰ্ব্বত গছকিয়েই যাব লাগিব। সি মনে মনে ভাবিলে — ইনফৰ্মাৰৰ পৰা বেলেগ পদলৈ নিশ্চয় প্ৰমোচন হবৰ হৈছে। নহলে তাক লগৰবোৰে ইমান আলহ-উদহকৈ মাতি নিনিয়ে। সি ওলাল।

বৰ কষ্টেৰে পাহাৰ পৰ্ব্বত অতিক্ৰম কৰি বিমলে ট্ৰেইনিং ললে। বিমল সলনি হ'ল। আনকি তাৰ নামটোও সলনি হ'ল। বিজ্ঞানৰ ছাত্ৰ। বোমা বিস্ফোৰণ আৰু বোমা তৈয়াৰী সম্পৰ্কে ন ন কৌশল শিকিবলৈ আৰম্ভ কৰি দিলে। বিদেশৰ বৈজ্ঞানিকে শিকাইছে। আচলতে ভাৰতীয় মানুহক মাৰিবলৈ ইমান বেছি নিশিকিলেও হয়।

কলেজ বিশ্ববিদ্যালয়ৰ ক্লাছ বোৰতকৈ ইয়াৰ ক্লাচবোৰত বিমলৰ বেছিকৈ মন বহিল। সকলো কথা প্ৰেক্টিকেল। হাতে কামে। দেশ স্বাধীন হয় পৰাধীন হয় সেইবোৰ তাৰ দৰ্কাৰ নাই। তাৰ দৰ্কাৰ প্ৰয়োগৰ ক্ষেত্ৰহে। কি ধৰণৰ দলঙত কিমান শক্তিশালী বোমাৰ প্ৰয়োজন হব তাক সি শিকি লৈছে। ৰেলগাড়ী, মটৰগাড়ী, আকাশীজাহাজকে আৰম্ভ কৰি ৰাজহুৱা বিল্ডিঙলৈকে কেনেদৰে চূৰ্মাৰ কৰিব লাগিব তাৰ আখৰা চলি আছে। ট্ৰেইনিঙলৈ যোৱাটো যেনেদৰে কষ্ট আছিল তাত থকা দিন কেইটাও তাৰ বৰ কষ্ট হৈছে। কিন্তু কষ্টৰ কথা ভাবিবলৈ সময়ে বা ক'ত ? মাজে মাজে নিজৰ মনটোক প্ৰবোধ দিয়ে। ইয়াতটো কষ্ট কৰিবলৈকে সুযোগ অকণ পাইছে। নিজৰ দেশত যে কষ্ট কৰিবলৈকো সুবিধা অকণ নাই। বিদেশী শক্তিবোৰে চাগে এইবোৰ সুবিধাকে বিচাৰি ফুৰে। চাকৰি নাই — খেতিৰ মাটিত কাম কৰি খোৱাৰো সুবিধা এটা নাই। উদ্যোগ এটা পাতিবলৈ যো-জা কৰিবা , তাতো উৎপাদন নোহওঁতেই টকাৰ ভাগ লাগে। ঠিকাদাৰী কৰিবা তাতো শতকৰা টকাৰ অঙ্ক কৰিহে কামৰ জোখ। নিবনুৱা কেইটাক যেন খিতাতে গিলি থব। ক'তো পৰিত্ৰাণ নাই।

ছমাহ ট্ৰেইনিং লোৱাৰ পিছত খবৰ আহিল স্বদেশলৈ ওভতি যাব লাগে। কেইটামান ডিটিট্ৰিক্টত বিশেষজ্ঞৰ প্ৰয়োজন হৈছে। কিয়নো

দ্বিতীয় স্তৰৰ সৈন্য বহুত হানি হ'ল। সোনকালে যাব লাগে।

আকৌ খোজ কাঢ়ি যাব লাগিব। বাটত জোকে ডাঁহে খাব। বনৰীয়া জীৱ- জন্তুৰ সন্মুখীন হ'ব লগীয়াত পৰিব পাৰে। কিন্তু বিমলে ভাল দৰে বুজিবলৈ বাকী নাথাকিল যে এইবাৰ অহা বাটেৰে স্বদেশলৈ ঘূৰি যাব নোৱাৰে। যোৱা বাটৰ চাৰ্জে কৰা হৈ গৈছে। এই বাট আনকালেনিহে হ'ব। দিক্ নিৰ্ণয়কাৰী যন্ত্ৰ লগত লৈ যাব লাগিব। অটব্য অৰণ্যৰ মাজত নাইবা কোনো পাহাৰৰ মাজত শত্ৰুপক্ষৰ লগত সংঘৰ্ষ হলে কোন ঠাইত আকৌ ওলাব লাগিব তাক দিক্ নিৰ্ণয় কৰা যন্ত্ৰৰ সহায়েৰে উলিয়াব লাগিব। হাতত থাকিব একোখন মেপ। ক'ত আশ্ৰয় লব লাগিব তাৰো চিহ্ন দিয়া আছে। আনকি সেই গাঁৱৰ লোকৰ পৰিহিত সাজ-পোছাকও লগতে ৰখা হৈছে। যাতে জংগলৰ মাজত জনজাতি সকলৰ লগত এক হৈ থাকি শত্ৰু পক্ষৰ চকুত ধূলি দিব পাৰে।

যোৱা ছয় মাহৰ ভিতৰতে ট্ৰেইনিং লোৱা বিমলৰ হাত-ভৰিবোৰ টান হৈছে। শৰীৰৰ কোমলতা আনকি হৃদয়ৰ কোমলতা খিনিও শিল হৈ গৈছে। কৰ্কশ হৈছে। সেয়ে দেশলৈ ওভতি যাবৰ বেলিকা তাৰ যিটো আনন্দ লাগিব লাগিছিল সেই আনন্দ সি অনুভৱ কৰিবলৈ পৰা নাই। বৰঞ্চ এখন শত্ৰু ৰাজ্যলৈহে যেন যাবলৈ ওলাইছে তেনে লাগিল। " জননী জন্মভূমি স্বৰ্গাদপি গৰীয়সী" তাৰ মনত কোনো প্ৰতিক্ৰিয়াৰ সৃষ্টি নহল। জননীয়ে অকল জন্মৰ গৌৰৱ ললেই নহব। পালন কৰাৰ গৌৰৱৰ অধিকাৰিণীও হব লাগিব। নহলে আজিৰ প্ৰজন্মই সেই জন্মদাত্ৰীক ক্ষমা নকৰে। এই দাবীৰ অধিকাৰী নহলে আজিৰ প্ৰজন্মই স্বৰ্গক শ্মশান কৰিবলৈকো কুণ্ঠাবোধ নকৰে।

যিখন দেশত ধনী শ্ৰেণীৰ বাবে স্কুল কলেজ বেলেগ, ধনীৰ বাবে ডাক্তৰ বেলেগ, ধনীৰ বাবে যান-বাহন বেলেগ সেইখন দেশত টকা পইচাই মূল কথা। কিন্তু ভাগ্য ভাল যে ভাৰতীয় দুখীয়া মানুহে এইবোৰৰ সমভাগী হ'বলৈ নিবিচাৰে। তেওঁলোকে জীয়াই থকাৰ সামান্য আহিলাখিনি নিজে গোটাই লোৱাৰ পৰা বঞ্চিত হলেহে উগ্ৰ মূৰ্ত্তি ধাৰণ কৰে।

সিহঁত জংগলৰ মাজে মাজে দুদিন আহি দেশৰ মাটিত ভৰি দিলে। ভৰি দিয়েই বিমলে ভৰিৰ তলৰ মাটিখিনি চুই সেৱা জনালে। এই সেৱা জয় হোৱাৰ উল্লাসত নহয়। কিবা এটা যেন পাপ কৰিবলৈকেহে

দেশৰ মাটিত ভৰি দিছে। সি ঠাইতে লেপেটা কাঢ়ি বহি পৰিল। ধ্যানস্থ যোগীৰ দৰে সি চকু দুটা মুদি দিলে। পিঠিত বন্দুক বাৰুদৰ বোজা।

হে আই দেশ মাতৃ! মই ভালদৰে বুজো ঃ মানুহৰ অধিকাৰ আনে নিদিয়ে। সেয়ে আমাৰ অধিকাৰ এইদৰেই সাব্যস্ত কৰিবলৈ ওলাইছো। ইয়াৰ বাবে তোমাৰেই ক্ষতি হব বেছি। হে আই দেশ মাতৃ! তুমি আমাক কোলাত লৈ থাকোতেই তোমাৰ বুকুৰ অমৃত দুগ্ধ আনে পান কৰি আঁটালে। তুমি মাতৃ হৈও নুবুজা নেকি যে মাতৃ স্তনত দুগ্ধ নাথাকিলে সন্তানে পিয়াহত কামোৰ মাৰি দিয়ে ? মই ও কামুৰিবলৈ ওলাইছো। তাৰ কাৰণে তুমি মোক মৰম কৰিবা জানো ? হয়তো পিঠিত চপৰিয়াই পিৰালিতে দলি মাৰি দিবা। হয়তো মোৰ দুধ-দাঁতকে ভাঙি পেলাবা। কিন্তু দুধ-দাঁত ভাঙিলে যে আচল দাঁত ওলায় মাতৃ? তেতিয়া?

আচলতে আমি তোমাক ভাল পাওঁ বাবেই বন্দুক হাতত তুলি লৈছো।

বিমল তেনেদৰে ধ্যানস্থ হৈ থাকোতেই মেঘৰ গৰ্জনৰ শব্দৰ দৰে এটা শব্দ ভাঙি আহিল ঃ মাইকেল! মাই-কে-ল্!

বিমলে সাৰ পালে। তাৰ লগৰবোৰ আটায়ে দৌৰি আহিছে মাইকেল ওৰফে বিমলৰ ওচৰলৈ। অঘুৰে ক'লে — ইয়াৰ মতি-গতি ভাল দেখা নাই। ইয়াক ইয়াতে গুলিয়াই শেষ কৰি থৈ যাওঁ। দলপতিয়ে বাধা দিলে। তেনেতে আকাশবাণী হোৱাৰ দৰে হ'ল ঃ ঃ ঃ মানুহৰ মনবোৰ তেনেকুৱাই মাইকেল। কেতিয়াবা মন বৰ দুৰ্ব্বল হৈ যায়। বিশেষকৈ মাতৃৰ ওচৰত। বুকু ডাঠ কৰ মাইকেল। বুকু ডাঠ কৰি ল। ই আমাৰ অভিযান। ফলাফললৈ বহু বাকী। এই সময়ত ভাগি পৰিলে নচলিব। ধোঁৱা ওলাইছেহে। জুই জ্বলিবলৈ এতিয়াও বহু বাকী।

বিমল থিয় হ'ল। ক্ষন্তেকতে বিমলৰ মন সলনি হ'ল। বিমল হিংস্ৰ হ'ল। বিমলে নিজৰ উদ্দেশ্যৰ পথত খোজ পেলালে।

বহুতে কয় এই পথ শুদ্ধ নহয়। কিন্তু কোনবোৰ মানুহে কয়? যিবোৰ মানুহে সুখ ভোগত থাকি অনিশ্চয়তাৰ বহু আঁতৰত থাকে তেনেবোৰ মানুহেই এই কথা কয়। যিবোৰ মানুহে জহা দিনবোৰক যোৱা দিনবোৰলৈ গতিয়াই দিব পাৰিলেই সন্তুষ্টি লভে তেনেবোৰ মানুহেই এনে কথা কয়। কিন্তু অনিশ্চয়তাৰ বুকুত কি জাহ গৈছে সি জানো কৈছে — এই পথ

শুদ্ধ পথ নহয় বুলি? সি বেচেৰাই হয়তো অসহায়ৰ দৰে আকাশখনলৈ মুখ মেলি চাই আছে।

আজি আমি দেশপ্ৰেমৰ নতুন সংজ্ঞা বিচাৰি লব লগীয়া হৈছে, হে আই জননী! যদি আমি সকলোৱে সমানে ভাত মুঠি, সমানে পিন্ধা কাপোৰজোখৰ, সমানে আমি শিক্ষা লাভ কৰিব পাৰো তেনেহলে তোমাক জননী নুবুলি আন নামেৰে মাতিলেও তোমাৰ সন্তান সন্তুষ্ট হৈ থাকিব। দেশ এখনৰ নামটো ৰাজনীতি কৰা বোৰৰ বাবেহে দৰ্কাৰ। পেটে-ভাতে খাই থকা মানুহৰ বাবে দেশ প্ৰদেশৰ নামটো অবান্তৰ।

সিহঁত গৈ গৈ লক্ষ্যস্থান পালে। বিমলহঁতৰ দলটোৱে প্ৰথমতে তাত কি দেখা পালে ? সম্পূৰ্ণ উলঙ্গ কৈ শাৰী পাতি থিয় কৰাই লৈ দলপতিৰ নিৰ্দ্দেশিত এজন 'সৈনিকে' কেৱল বন্দুকৰ গুলি এৰিছে। চটফটাই ঢলি পৰা দেহ কেইটা জীৱন্তে কবৰত নিক্ষেপ কৰিছে। দোষ ? বিশ্বাসঘাতকতা।

\+ \+ \+

গোগোলমাৰা গাঁওবুঢ়াই কাপোৰ-কানিয়ে সৰুপানী এৰি মাজ পথাৰেৰে দৌৰিছেহে দৌৰিছে। "বাপাইহঁত ঐ বাঘৰ মুখত পৰিছিলো।"

গোগোলমাৰা গাঁওবুঢ়াৰ দৃশ্য দেখি সকলো ঘৰৰ ভিতৰৰ পৰা পদুলি মুখলৈ ওলাই আহিল। পথাৰত হাল বাই থকা হালোৱাই হাল থিয় কৰি চালে। আজি গোগোলমাৰা গাঁওবুঢ়াৰ হ'ল কি? মিচিং কৰি বুঢ়া মানুহজনো বোকা পানীৰে খোজ কাঢ়েনে? ডেকা ল'ৰা দুজনমান দৌৰি গৈ গোগোলমাৰাক ধৰিলে মাজ পথাৰতে।

কি হ'ল?

নকৰি বোপাইহঁত। বাঁহনি জোপাৰ সিকালে সৰুপানী চো বুলি কাপোৰ কানি কোচাইছোহে। মাটিৰ তলৰ পৰা মেঘে গৰ্জ্জা দিলে নহয়। বোলো অবতৰত কিহৰ ৰবফুণ? লগে লগে দেখিলো বোপাইহঁতে মস্ত এটা গাঁতৰ ওপৰত শুকান জেংখৰি আৰু গছৰ পাত। গাঁতৰ ভিতৰত বন্দুক বাৰুদেৰে সৈতে তোমালোকৰ নিচিনা বোপাই . . কমেও দহোটামান হব। এজন বোগোৰবৰ পুতেক, সেই যে নিৰুদ্দেশ হৈছিল, বিমল যেন লাগিল। . . উশাহটো সলাব দিয়া বোপাইহঁত। . বাপাইহঁত ঐ ভাল বাঘৰ পাল্লাতে পৰিছিলো।

গোগোলমাৰা গাঁওবুঢ়াই কথা কৈ থাকোতে ডেকা ল'ৰা এজনে

ৰগৰ কৰি কলে ঃ মালাধাৰ পকেটত আছে যদি মিটিংখন ফৰ্মেলি এই পথাৰৰ বোকা পানীৰ মাজতে হৈ যাওক গাঁওবুঢ়া ?

বোকাপানীৰ মাজত মিটিং নহয় ঐ বোপাইহঁত। এইবোৰ বাতৰি কাকত, ৰেডিঅ', টি ভি আদিত প্ৰচাৰ হ'লে এই গাঁওবুঢ়াক আৰু দেখা নাপাবা। তাতোকৈ থাকক দিয়া। আজিলৈ সভা স্থগিত প্ৰস্তাৱ এটাকে গুণ গুণাই যোৱাগৈ।

+ + +

ঘৰৰ পৰা বাৰু কিমান দূৰলৈ আহিছো? বেছি দূৰ নহব চাগে? নিজ ৰাজ্যৰ ভিতৰতে আছো। যান-বাহনৰ সুবিধাৰ দিনত দূৰত্ব বুলি কোনো কথা নাই। — অমলে লগৰজনক ক'লে। কালি ৰাস্তাত কাটি লোৱা টকাখিনিৰে বেছ কিছুদিন খাব পৰা হব। এই টকাৰে কিবা এটা সংঘ অনুষ্ঠানৰ নাম দি ৰচিদ বহী ছপা কৰিব লাগিব। কিমান ঠিকাদাৰে দুই তিনি চাৰি নম্বৰী বেনামী কোম্পানীৰ নাম লিখি একে জোগাতে তিনি চাৰিখন নিবিদা দিয়ে? আমিনো এখন পেড্ও চপাব নোৱাৰিম নে? ৰচিদ বহী ছপা কৰিলে দুটা কাম হব। ভালদৰে কলে কোনোবাই দিয়ে যদি ৰচিদ বহীতে টকা তুলিব পৰা যাব। নিদিয়ে যদি বহীখনৰ অচিলা লৈ টকা পইছাৰ লেন-দেন হোৱা ঠাইবোৰত ঘূৰি ফুৰিব পৰা যাব।

অমলে লগৰজনক বুজাই গ'ল, — চোৰ হোৱাতকৈ ডকাইত হোৱা ভাল। নিজৰ সন্মান থাকে। ভয়াতুৰ নিশকতীয়া মানুহেহে চোৰ কৰে। চোৰে মনে মনে কামটো কৰে। ডকাইতে দেখ দেখকৈ। আৰে ভাই, কাম কৰিবিতো ভিগনিটি বজাই ৰাখি কাম কৰিবি।

যোগেশ্বৰ মহামায়াৰ তৃতীয় পুত্ৰ তাহানিতে ঘৰৰ পৰা ওলাই আহি লগ-বন্ধু লগলগাই কাম আৰম্ভ কৰি দিছিল। দেশৰ বুজন সংখ্যক অগ্ৰজই দেশখনত কি কৰি আছে বুজিবলৈ সিহঁতৰ সৰহ দিন নালাগিল। অমল ঘৰৰ পৰা ওলাই আহি বহদূৰ পাইছিল। সেইবোৰ ঠাইত স্থানীয় মানুহে তাক চিনি নাপায়। তাৰ আচল ঠিকনাটো গলত আৰি লোৱা দুগদুগীটোৰ ভিতৰতে সৰু কাগজ এখনত লিখি সুমুৱাই ৰাখিছিল। দূৰৈত থাকি অপকৰ্মবোৰ কৰিলে বাপেক যোগেশ্বৰৰ সন্মান ৰক্ষা হব। খাব নোপোৱাৰ আকৌ কিহৰ সন্মান ? হায়াৰ চেকেণ্ডাৰী পৰীক্ষা পাছ কৰিছিলহে। বামপানীয়ে দেউতাকৰ কপালখনকে ধুই নিলে। কিবা এটা কৰিব বুলি

ঋণৰ বাবে দৰ্খাস্ত কৰিছিল। বালিত পোত খোৱা মাটি খিনিকে বন্ধকীত দিছিল। সেইবোৰত একো এটা লেঠা লাগালগিল। লাগিল আন এটাহে। খাব ঋণ ললেও যে টকা ভেটী দিব লাগে জনা নাছিল। একেবাৰে অফিচৰ পৰা বেৰুলেকে। বেংকবোৰত আগতে এইবোৰ নাছিল। বাহ্যিকৰণ হোৱাৰ পিছৰ পৰাহে বোলে চৰকাৰী অফিচৰ মুদ্ৰাদোষবোৰ ইয়াতো আহি সোমাল। টকা যদি আগধৰি দিব পাৰোৱেই 'লোন' লবলৈ আহিম কিয় বে? নহল। সেইটোও নহল।

হল। আনৰ হল। যি ধনী তাৰ হল। ব্ৰেক মাৰি সুকুৰাৰ জনাবোৰে খাব ঋণ লয়। এইজাত ধন-বাৰ প্ৰভাৱ আমাৰ দেশত বৰকৈ বাঢ়িছে। ভক্তাইতি কৰিলে ইহঁতৰ পৰাই কৰিব লাগিব। ইয়াৰ বাবে ঘৰত শুই থাকি ইয়াক দোষ দি তাক দোষ দি কটালে নহব। ঘূৰিব লাগিব। গাঁৱে-ভূঁইয়ে, নগৰে-চহৰে ঘূৰিব লাগিব।

সিদিনা যে দাও মাৰিছিলো সেইটোৰ কাষতে আৰু এটা আছে। তাৰ পৰা মাৰিব লাগিব। কোনোবা এজনক অপহৰণ কৰিলেই ওলাব। কিন্তু তাৰ আগতে আমাক দুটা পিস্তল লাগিব। পুতলা পিস্তল হলেও হব।

অমলে লগৰ কেইজনৰ লৈতে বাবে চোং সজোৱানি চোং সদাই থাকে। সিহঁত এতিয়া হোটেল, ভাড়াঘৰ ব'তে ত'তে পইচা খৰচ কৰি থাকিব পৰা হৈছে।

কোনোবা কাৰ্য্যালয়ত কামৰ বাবে সিবিদা আহ্বান কৰিছে — অমল এত কোং গৈ উপস্থিত। দাদা। আমাক মোলোঘাকে টেণ্ডাৰ নিদিব। কাম আপুনিয়ে কৰিব কিন্তু আমি ঠিকঠাক কৰি দিয়া বাবে কমিশ্যন দিব লাগিব। তাকো আগতীয়াকৈ।

অমলৰ লগৰটোৱে খবৰ আনিলে। আজি অমুক চাহ কোম্পানীৰ কেচিয়াৰে লেবাৰ পেমেন্টৰ বাবে তেৰ লাখ টকা বেংকৰ পৰা উঠাব। বেংকৰ মানুহৰ পৰা কথাটো উলিয়াইছে। কেৱল এবাৰ কোম্পানীৰ কেচিয়াৰক কথাটো কৈ আহিব লাগে। বাটত আগছিলে যাতে উক্ত বাধ্য নকৰে। ভাগ দিয়া হব। অমলহঁতক সহায় কৰা সকলোৱে ভাগ পাব। আনকি পুলিচ কনিষ্টবল পৰ্য্যন্ত বাদ নপৰিব। পিছে এইটো ব্যৱস্থা সদাই নকৰে। কেচিয়াৰা কোম্পানীৰ অফিচলৈ গৈ ভদ্ৰলোকৰ লগে চাপ্পা জনাব চলেকেও 'আচল মোনা' সৰকাৰ লাগিব।

আমাৰ ইয়াত চাহপাত গজাব, সিহঁত কলিকতা বোম্বাইত মালিক হৈ বহি থাকিব। ওচৰত স্কুল কলেজ এখন পাতি নিদিয়ে। ৰাস্তা এটা ভাল কৰি নিদিয়ে। মালিকবোৰক চৰকাৰৰ বাহিৰে কোনে চিনি পায় ? আমাৰ ইয়াতেই টকা ঘটিব আৰু আমাক সুবিধাও নিদিব। আমি কি চাহ-পাত ছিঙাৰ বাবেহে উপযুক্ত নেকি ? সাক্ষী গোপাল কৰি দুই চাৰিজনক মেনেজাৰ পাতিলেই নহয় নহয়।

এতিয়া তহঁতৰ চকু মেল খাইছে ? সোপাই টকা লুটিম। আমাৰ ইয়াত নিৰাপদ দূৰত্বত থকাবোৰে কৈছে কি ? বাহিৰা মানুহে হেনো চাহ শিল্প জীয়াই ৰাখিছে। এই শিল্প এৰি গুচি গলে আমাৰে হেনো মৰণ হব। যুক্তিবোৰ দেখিলি ? শিল্প জীয়াই ৰাখিছে বুলিয়েই যেন সিহঁতৰ অবাধ ৰাজত্ব ? যি ইচ্ছা তাকে কৰিব পাৰিব। এই উদ্যোগপতি সকলে সাধাৰণ মানুহৰ লগত কোন দিনা মিলা-মিছা কৰিছে ? কোন দিন সাধাৰণ মানুহলৈ সহায়ৰ হাত আগবঢাইছে ? তহঁতে যেনেদৰে লুটিচ আমিও তেনেদৰে লুটিম।

বাবন ?

হো !

আমাৰ হাতত থকাবোৰ পুতলা পিষ্টলহে। আচল বিধ লব লাগিছিল নহয় ?

হব। মই ইতিমধ্যে যোগাযোগ কৰিছো। মাল আহি আছে। বিদেশী। বিদেশী শব্দটো থাকিলে চব মাল ভাল যেতিয়া আমি লব খোজা মালও ভাল হব। পিছে তাৰ আগতে সেইটো চলাবলৈকো শিকিব লাগিব নহয়। হাতৰ পাছ। সেই ডাল এনেয়ে ফুটাই দিলে নহব নহয়। গুলী গৈ দুষ্মনৰ গা বিন্ধিব লাগিব। তই সেইডাল চলালে সিটো পক্ষ হবলা এনেয়ে থাকিব ? দুষ্মনৰ আগত খটম্ হৈ যাবি।

ধু-উ-ত। মৰণৰ কথা ভাবি কোনেও কাম নকৰে। তাকেই কয় সাহস।

আমি এটা কাম কৰিব পাৰো দেখোন। টকা মাৰা বিষয়াবোৰৰও কাষ চাপিব পাৰো। প্ৰথমতে টকা খুজিম। তাত যদি কাম নিদিয়ে, অপহৰণ। হোটেলত ৰাখি থম এমাহ। টকা ওলালে এৰি দিম।

বাবনে মূৰ দুলিয়ালে।

আচলতে এইবোৰহে কাম। চৰকাৰী অফিচবোৰত মানুহে কাম কৰে

নেকি? আহিব এঘাৰ বজাত অফিচ এৰিব তিনি বজাত। চকীখনত দিনৰ দিনটো তামোল মহ্তিয়াই বহি থাকিব। কোনো উত্তেজনা নাই। একেবাৰে নিৰস। চাকৰি নাপাই ভালেই হ'ল। আঠাৰম বছৰলৈ চাকৰি কৰি থিতাপ ঘটিলোহেঁতেন এতিয়াই সিমানখিনি ঘটিব পাৰিছো। টকা লাগে ভাই, টকা। টকাৰ দৌৰাত্ম্য দেখি একোবাৰ এনেদৰে ভাবিবৰ মন যায় যেন এই পৃথিবীখনো টকাৰ বাবে সূৰ্য্যৰ চাৰিওফালে ঘূৰি আছে।

\+ \+ \+

নিচেই পুৱাতে যোগেশ্বৰ আৰু মহামায়াৰ ঢাৰি-পাতি এৰাৰ অভ্যাস। শোৱা কোঠালিৰ দুৱাৰখন খুলিয়েই দেখা পালে শিৰত সেন্দুৰৰ ফোট লৈ এজনী বোৱাৰীয়ে চোতাল সাৰি আছে।

আজিকালি অসমত প্ৰতিটো ৰাতিপুৱাই যে একো একোটা আচৰিত ঘটনাৰ সময় বৃত্তান্ত। আমাৰ মানুহে প্ৰতিটো ৰাতিপুৱাতে নতুন নতুন আচৰিত ঘটনা প্ৰত্যক্ষ কৰিবই লাগিছে। এতিয়া মাথোন সকলোৱে অপেক্ষা কৰিছে কোনদিনাখন ৰাতিপুৱা সূৰ্য্যটো মহাশূন্যৰ পৰা খহি পৃথিবীত থেকেচা খাই পৰে।

যোগেশ্বৰে মহামায়াক মাত দিলে : উঠাচোন উঠা। ছোৱালী।

চোতাল সাৰি থকা বোৱাৰী বোৱাৰী যেন লগা ছোৱালীজনীয়ে মাত দিলে : দেউতা, আপুনি মোক চিনি পোৱা নাই? মই আপোনাৰ ডাঙৰ বোৱাৰী। আপোনাৰ ডাঙৰ ল'ৰা যে শ্যামল? মই শ্যামলৰ পত্নী। হাতত বাঢ়নী আৰু বাৰী গায়ে এতিয়া সেৱা নকৰো। গা-পা ধুই উঠি সেৱা জনাম। — বোৱাৰীৰ মুখত হাঁহি।

মানে তুমি এইবোৰ কি বলকিছা? — যোগেশ্বৰে চোতাল সাৰি থকাজনী আচলতে ছোৱালী হয়নে নহয় ভালদৰে দূৰৰ পৰাই চাই ললে। কাৰণ এবাৰ তেওঁ মাইকী মানুহৰ ভেশচনৰ বাবেই মিলিটাৰীৰ বন্দুকৰ কুণ্ডাৰ খুন্দা খাই থৈছে।

দেউতা মই সকলো কম। — ছোৱালীজনীয়ে আকৌ ক'লে।

কম নহয়, কোৱা। এতিয়াই কোৱা। নহলে মই চুবুৰীৰ মানুহ গোটাম। পুলিচকো খবৰ দিম।

দেউতা! সেইবোৰ বিপদ চপাই নলব। মই মেকানিকেল ইঞ্জিনিয়াৰ। হৰুৱে বহিছোঁ। মা-দেউতাক বানপানীৰ পিছত হোৱা বেমাৰে সিপুৰীলৈ নিলে। মোক

পঢ়ুৱাই মা-পিতাৰ অৱস্থা কাহিল। সৰু ভাইটোক এঘৰত বন্ধা থৈ মই চাকৰি বিচাৰি গৈছিলো। ।যামনো কলে? সেই গুৱাহাটীলৈ আকৌ! আপোনাৰ বৰপুত্ৰ শ্যামলে মন্ত্ৰী এম এল এ ৰ লগত একেলগে শোৱা-বহা কৰি সমাজসেৱা কৰে নহয়? বহুতে কলত মই তেওঁৰে কাষ চাপিছিলো। তেওঁ হেনো এদিন দুদিনত চাকৰি যোগাৰ কৰি দিব নোৱাৰে। মইনো বাৰু গাভৰু দেহাটো গুৱাহাটী হেন চহৰত ক'ত লুকুৱাই থওঁ? ইপিনে সন্ধ্যা লাগি ভাগিল।

সেইবোৰ চাৰিমাহ আগৰ কথা। আজিৰ পৰা পাঁচমাহতেই পৰিব। শ্যামল আকৌ অকলে থাকে নহয়? সেয়ে মোক লগতে ৰাখি থলে। চাকৰি মোৰ নহ'ল। কিন্তু মোৰ পেটত পোৱালি হ'ল। মানুহজনে সঘনাই ঠাই সলাই ফুৰিব লাগে নহয়? সেয়ে মোক লগত লৈ ফুৰা তেওঁৰ অসুবিধা হ'ল। যোৱা নিশা তেওঁ আহি মোক ইয়াতে থৈ গলহি। টকা-পইচাও দি গৈছে। হাজাৰৰ জোখত। মই ভৰি-হাত ধুইহে আপোনাক দিব পাৰিম।

ঃ কিন্তু শ্যামলে একো এটা নোকোৱাকৈ তুমি মা?

ঃ মই জানো, আপুনি মোক মা বুলি মাতিব। কাৰণ শ্যামলৰ মা যে মোৰ মা হৈ গ'ল। শ্যামলে অৱশ্যে এখন চিঠিও দি গৈছে। ঘৰৰ ডাঙৰ ল'ৰা হিচাপে মাক দেউতাকক চোৱাটো তেওঁৰ কৰ্তব্য। কিন্তু সেই কৰ্তব্য নিজে কৰিব নোৱাৰি মোকে ইয়াত থৈ গলহি। তেওঁ হেনো এম এল এ হলে আকৌ লৈ যাবহি। তেওঁ হেনো পুলিচ মিলিটাৰীয়ে আগুৰি থকা মটৰ গাড়ীত উঠিহে ঘৰ সোমাব। আপোনালোকক চমক খুৱাব।

মুক্তি যুঁজাৰুৰ পেঞ্চন পাবৰ বাবে উঠা যুগ্ম ফটোখনৰ দৰেই ইমান পৰে যোগেশ্বৰ আৰু মহামায়া থিয় হৈ আছিল।

মহামায়া তুমি খং নকৰিবা। মহিলাই মহিলাৰ ওপৰত টিডিচ্‌কৈ খং কৰে। তুমি খং সম্বৰণ কৰা। — যোগেশ্বৰে মহামায়ালৈ বুজনিৰ সুৰত ক'লে। কলিৰ যুগ বোধহয় শেষ হল। কল্কি বোধহয় এনেদৰেই আহে। হুলস্থুলখন নকৰিবা। যিবোৰ ঘটি আছে ঘটি থাকিবলৈ দিয়া। আমি মাথো মৃত্যুৰ আগলৈকে চাই থাকিম।

তেৱষ্টি বছৰ বয়সলৈ একো কৰিব নোৱাৰিলো। ঘৰৰ গুটি ধানৰ ভৰালটোকে সম্পূৰ্ণকৈ ভৰাব নোৱাৰিলো। অথচ গাৰ তেজ পানী হল। ইহঁতে কেইদিনমানৰ ভিতৰতে ধন, সোণ গোটালে। বোৱাৰীও চপালে। সিহঁতৰ

বাবে এইবোৰেই কিজানি সুখ।

শ্যামলৰ পৰিবাৰে চিনাকি ঘৰৰ দৰে চোতালখন সাৰি ওঁটালে। গা ধুবৰ বাবে তাই দমকলটোৰ ওচৰ চাপিল। আৰু বেৰ নোহোৱা ঠাইতে দমকলটো আছে। শ্যামলৰ পৰিবাৰে ভ্ৰূক্ষেপ নকৰিলে। তাই ভৰা বাল্টিটোৰ পৰা গাত পানী ঢালিবলৈ ধৰিলে। কালোৰবোৰ গাটে লিপিট খাই পৰিল। মহামায়াৰ চকু দুটা বাৰেবাৰে শ্যামলৰ পৰিবাৰৰ ওফন্দি উঠা পেটটোলৈকে গৈছে। কোনো লুক-ঢাক নকৰাকৈ এতিয়াৰ ছোৱালীবোৰে কথা কব জানে।

বোৱাৰীয়ে কাপোৰ সলায় মানে মহামায়া থাউকতে যোগেশ্বৰৰ কাষ চাপিল।

: বুজিছা? সবাই অকল বোৱাৰীকে উপহাৰ দিয়া নাই। নাতিকো লগতে থৈ গৈছে। কৰা এতিয়া কি কৰা?

: তোমাক কৈছোৱেই নহয়। কলি নামিছে। এতিয়া ভৰা চিন্তাৰ কথা নাই। কেবল চাই থাকা। নিজকে জ্ঞানী যেন দেখুৱাই দিনবোৰ যেনেদৰে আছে তেনেদৰে যাবলৈকে দিয়া। অন্যথাই মনোকষ্ট পাবা।

\+ \+ \+

চুবুৰীটোত মহিলা কেইজনীমানে নঙলা মুখলৈ ওলাই ফুচফুচাই কথা পাতিছে বোলে যোগেশ্বৰৰ ঘৰৰ বৰপুত্ৰই ক'ৰবাৰ পৰা চানা—মাইকী আনি একেলগে ঘৰ সুমুৱাই নিশাৰ ভিতৰতে অন্তৰ্ধান হৈছে। হওঁক তেও, মহামায়া জেঠাইৰে ভাগ্য।

মানুহ কেইজনীয়ে নঙলা মুখত কথা পাতি থাকোতেই আহুক গৈহালৰ পৰা গোগোলমাৰা গাঁওবুঢ়া। ভেকেৰীহঁতে বানপানীৰ নিচিনা সুখৰ দিনতো লগালে কিচিঙা ফিচিঙিখন। বুঢ়া ক'ৰ পৰা যে মৰিবলৈ আহে ? — এজনীয়ে ক'লে। তাইৰ কথাৰে আঁত ধৰি আনজনীয়ে ক'লে : আজি বতাহ নাই নহয় ? বুঢ়াৰ ধুতীৰ লোচ জোকাৰি দিয়াটো বেছি হ'ব। মই হলে সেইদিনেই মাটিৰ লদা মাৰি পঠিয়াম। আটাই কেইজনীয়ে খুক খুককৈ হাঁহিবলৈ ধৰিলে।

ঐ আই হঁত। কিচিঙাকিচিঙিখন কৰিব নালাগে। তোমালোকৰ কাপোৰ নাই বাবে গা ঢাকিব পৰা নাই। যি সকলৰ কাপোৰ উজেনী হৈ আছে সেইবোৰ তোমালোকতকৈ বেছি নাঙঠা। লাজ নকৰিবা আইহঁত।

গোগোলমাৰা গাঁওবুঢ়াই বাওঁখন হাতেৰে ধুতীৰ লোচটো জোকাৰি আটাইকেইজনীৰ মুখবোৰলৈ এবাৰ চালে।

কিহৰ মিটিং পাতিছা ? মিটিং এনেদৰে নাপাতে নহয়। হো লোৱা এই মালাধাৰ। মোৰ গলতে আৰি দি 'সভাপতি প্ৰস্তাৱ' কৰা। মিটিং পাতিছা যেতিয়া নিয়মমতে পাতিব লাগে।

ওঁ বিষয় বস্তু কি আছিল ? বানপানী হ'বলা ? আন্দোলন কৰিবৰ বাবে বিষয়টো বেয়া বিষয় বাছি ললা নহয় ? চৰকাৰে চিধাই কব কেন্দ্ৰীয় চৰকাৰৰ কথা। কেন্দ্ৰীয় চৰকাৰে কব — অহাবাৰ বাজেটত ধৰাৰ কথা। সেইবোৰ বৰ দীঘলীয়া কথা। কোনে কৈছে তোমালোক অবলা বুলি? দেশৰ এক নম্বৰ নাগৰিক জনেও ঘৈণীয়েকৰ গালি খায়। সেয়ে সাহসেৰে ইচ্যু এটা তৈয়াৰ কৰি লোৱা। "মতা মানুহৰ ৰুমাল বোৰ যে ডাঙৰ মহিলা সকলৰ ৰুমাল সৰু হৰ কিয় ? কিয় ?? এই শীৰ্ষক ইচ্যু এটা লৈ তোমালোকে এটা আন্দোলন আৰম্ভ কৰি দিয়া। দেখিবা বানপানী নুঠা এলেকাৰ মহিলাইও সহযোগ কৰিছে।

মতা মানুহৰ মুখ দুখন নেকি যে ৰুমালখন ডাঙৰ হব লাগে ? ইয়াৰ সমাধান নহলে তোমালোকে মাইকী লেও ডিমাও কৰিবা। তাৰ বাবে মহিলাবাজ গঠন কৰিব লাগিব। বিয়াৰ সময়ৰ যুগ্ম ফটো থকা আইডেন্‌টিটি কাৰ্ড নহলে নিজৰ মানুহটোকে ঘৰত সোমাবলৈ নিদিবা। টকা পইচা নিজৰ পৈয়েকটো ঘৰলৈ অহা দিনটোৰ বাহিৰে বাকী দিনবোৰত কাৰফিউ, জনতা কাৰফিউ, অসম বন্ধ আদি ঘোষণা কৰিবা। দেখিবা প্ৰথমতে বুদ্ধিজীৱীৰ যুক্তি, দ্বিতীয়তে ৰাজনৈতিক নেতাৰ চুক্তি তাৰ পিছত তোমালোকৰ মাজতে খোৱা কামোৰা কৰি সদৌ শেষত মুক্তি।

সভাপতি বৰণ হ'ল। হাত চাপৰি উৰুলিৰে বাটৰ মিটিং মুখৰিত হ'ল। তাৰ পিছত প্ৰস্তাৱ গ্ৰহণ। মিটিং চলি থাকোতে সভাপতিৰ বাহিৰে সভাৰ থলী উদং-মুদং। ভাৰতীয় ৰাজনীতিত নেতাৰ কথা জনগণই শুনিব লাগে। কিন্তু জনগণৰ কথা কোনেও নুশুনে — শুনিবৰ সময় নাই।

গোগোলমাৰা গাঁওবুঢ়াই টোপনিৰ পৰা সাৰ পোৱা মানুহৰ দৰে কাষলৈ ধুতীখন ঠিক ভাগ লগাই ললে। গলৰ পৰা মালাধাৰি উলিয়াই

আনি জেপত ভৰাই ললে। ফুলবোৰ শুকাব ধৰিছে। এইবাৰ আন বস্তুৰ ফুলৰ মালা গাঁঠিব লাগিব।

\+ + +

নবীনা। যোগেশ্বৰ আৰু মহামায়াৰ তিনিটা ল'ৰাৰ মাজত এজনী ছোৱালী নবীনা। ঘৰখনৰ খেলি-মেলিৰ বাবে তাই এম এ ফাইনেল দিব নোৱাৰিলে। ঘৰখনত এনেয়েও তাই মৰমৰ আগ অলপ বেছিকৈ পাইছিল। বছৰে বছৰে সৰ্ব্বগ্ৰাসী বানপানী, দেউতাকৰ ওপৰত পুলিচ মিলিটাৰীৰ অত্যাচাৰ আৰু ককায়েক ভায়েকহঁতৰ পিতৃৰ প্ৰতি ঘৃণা বিদ্বেষ দেখি এদিন তাইও কাকো একো মাতবোল নকৰাকৈ ঘৰখনৰ পৰা ওলাই গৈছিল। গাঁৱৰ ঘৰৰ কোনোবা ব্যক্তি খণ্ডতে নাইবা বেজাৰতে ঘৰৰ পৰা নোহোৱা হলেই সাধাৰণতে বুজিব লাগিব সেই ল'ৰা বা ছোৱালী চহৰ পাইছেগৈ। গাঁৱৰ মানুহে অন্ততঃ তেনেদৰেই ভবাৰ নিয়ম।

নবীনাও চহৰ মুখী হৈছিল। কিন্তু ক'ত থাকিব কি কৰিব তাই বহি যোৱা বাছখনতো একো এটা সিদ্ধান্ত লব নোৱাৰিছিল। বাছৰ পৰা নামি তাই ইফালে সিফালে চাইছিল।

বৰ্ত্তমানে উপাই বুদ্ধি নোপোৱা হতাশাত ভোগা কিছুমান শিক্ষিত অৰ্দ্ধশিক্ষিত ডেকাই বাছ আস্থান, চাহৰ দোকান, পাণ দোকান আদিতে নিজৰ হা-হুমুনিয়াহ এৰাৰ উত্তম ঠাই হিচাপে বাছি লৈছে। সিহঁতে মানুহ অহা-যোৱা কৰা চাই থাকে। আনৰ ব্যস্ততাৰ মাজত নিজৰ দুৰ্ভাবনা দুশ্চিন্তাৰ ব্যস্ততাক লুকুৱায়। সিহঁতে প্ৰতিখন বাছৰ পৰা নামি অহা যাত্ৰীবোৰলৈ অতি সন্তৰ্পণে চাই থাকে। কোনো অকলশৰীয়া ছোৱালী নাইবা মহিলা দেখা পালে সহায়ৰ হাত আগবঢ়ায়। অটো, টেক্সি আদি বেছি হৈ থাকে।

ডেকা ল'ৰা এজন আহি নবীনাৰ কাষতে থিয় হৈ সুধিলে : ভন্টী! কাৰোবাক বিচাৰিছা? ক'লৈ যাবা?

আপোনাকে বিচাৰি আহিছো। আপুনি যলৈকে নিয়ে তলৈকে যাম।

ল'ৰাজন যি সাহসত আগুৱাই আহিছিল নবীনাৰ তাতোকৈ বেছি সাহস দেখি সি থমকি ৰ'ল। সি মনে মনে ভয় খালে।

: বাইদেউ। আপুনি কি কথা বিচাৰিছে মই বুজিবকে পোৱা নাই। এইখন আদাবাৰী।

: মই জানো। আদাবাৰীৰ কাষতে জালুকবাৰীও আছে। আৰু অলপ

পশ্চিমলৈ গৈ থাকিলে পলাশবাৰীও পাম।   ভুটীৰ পৰা যেতিয়া বাইদেউ পালাগৈ এতিয়া সকলো বুজি পাবা।পিছে মই উলুবাৰী বা হেঙ্গাবাৰীলৈও নাযাও। তোমাৰ কি আছে? অট'? টেক্সি?

: মোৰ তেনেকৈ একো নাই। নেথাকিলেও মই সহায় কৰি দিব পাৰিম। মানে যোগাৰ কৰি দিব পাৰিম।

: পাৰিবা? তেন্তে আনা।আৰু এখন ভাল অথচ কম খৰচৰ হোটেললৈ লৈ বলা।তুমিও মোৰ লগতে যাব লাগিব কিন্তু। তুমি বেয়া পাবা নেকি?

: নাই, নাই। আপোনাক সহায় কৰিব পাৰিলে ভালহে লাগিব। কিন্তু

: তুমি ভয় কৰিব নালাগে। হোটেল খৰচ মইয়ে দিম। কিন্তু তাৰ আগতে এখন ভাল জুৱেলাৰী দোকানলৈ যাব লাগিব। তাত মোৰ গহনা-গাঠৰিবোৰ জমা থব লাগিব। নহলে তোমাৰ দৰে অচিনাকি ভেগাবান ল'ৰাৰ একো বিশ্বাস নাই।

নিজৰ স্বভাৱৰ লগত কোনোবাখিনিত কথাবোৰ মিলি যোৱা যেন পাই ডেকাল'ৰাজনে লাজ পালে।

: অ' তোমাৰ নামটো কি আছিল ভাইটি?

: গোবিন্দ।

: বৰ ভাল নাম হে। ভাবানৰ নাম যেন লাগে। মোৰ নাম নবীনা। নবী বাইদেউ বুলি মাতিবা।

গোবিন্দ আৰু নবীনা অট'ৰিক্সা এখনত উঠিল আৰু চহৰৰ মাজ মজিয়ালৈ ঢাপলি মেলিলে। মহানগৰীত গাড়ীবোৰৰ ইঞ্জিনৰ শব্দ যিমান, হৰ্ণ বজোৱাৰ শব্দও সিমান। বেল, মটৰ, অট'ৰিক্সা, চাইকেলৰ টিলিঙা, ব্ৰহ্মপুত্ৰৰ পানী জাহাজৰ উকি— কোনে কাক আঁতৰিবলৈ কৈছে ঠিকনা নাই। কোনে কাক চেৰ পেলাই আগবাঢ়িব পাৰে প্ৰতিযোগিতাৰ অন্ত নাই। চাৰিওপিনে কেৱল কাণ তাল মৰা শব্দ।

চলন্ত অট'ৰিক্সাত বহি বহিয়ে গোবিন্দ আৰু নবীনাই কথা পাতিবৰ চেষ্টা কৰিলে।

: গোবিন্দ?

: বাইদেউ!

: তোমাৰ পঢ়া-শুনা কিবা হৈছিলনে?

: হৈছিল বাইদেউ। পঢ়া-শুনা মানে নো কি? আজিকালি স্কুললৈ নগলেও হয় দেখোন। উচ্চ-মাধ্যমিক পাছ কৰিলো। দুয়ো বাৰেই পৰীক্ষা হলৰ বেঞ্চত ডেগাৰ এখন পুতি থওঁ। মাষ্টৰবোৰে ওচৰ চাপি আহি সকলো শিকাই দিয়ে। আজিকালিৰ মাষ্টৰো সেই নহয়? শিকাইনো দিব কি? লগত নিয়া কিতাপৰ পৰা কোনটো লিখিব লাগে তাকে বাছি দিয়ে।

: তোমাৰ তেনেহলে সাহস আছে। তোমাৰ নিচিনা সাহসী ল'ৰাকহে মোক লাগে। তোমাৰ লগত ডেগাৰখন এতিয়াও আছেনে?

: আছে বাইদেউ। সিদিনা কান্ট্ৰীমেদ পিষ্টল এটাও কিনিছো। কম দামতে পালো আকৌ। পিছে কামতহে লগাব পৰা নাই।

নবীনাই অট' ড্ৰাইভাৰে নেদেখাকৈ এটা ইঙ্গিত দিলে।

: নাই বাইদেউ। শুনিলেও একো নহয়। এইবোৰ আমাৰ লগৰে বুলি ধৰি লওক।

অট'খন এখন ডাঙৰ জুৱেলাৰী দোকানৰ সন্মুখত ৰৈ গ'ল। নবীনাই গোবিন্দকঅট'খনতে বহি থাকিবলৈ কৈ নিজে দোকানখনৰ ভিতৰলৈ সোমাই গ'ল। তাই সোণাৰীৰ সন্মুখত বহি লৈ এপদ এপদকৈ গহনাখিনি খুলিলে। সোণাৰীক জোখ লবলৈ ক'লে। তাৰ পিছত পুৰণা সোণৰ দামেৰে পোন্ধৰ হাজাৰ টকা নবীনাই হাত পাতি ললে।

নবীনা দোকানখনৰ পৰা ওলাই আহি আকৌ ৰৈ থকা অট'ৰিক্সাখনত বহি ললে। এটা বিকট শব্দ কৰি অট'ৰিক্সা চলিল।

: গোবিন্দ?

: বাইদেউ !

: এইবাৰ তোমাৰ পাল। মই কৈছিলোৱেই নহয় যে এখন ভাল কম দামী হোটেল লাগে ?

: মনত আছে বাইদেউ।

"বাওঁফালে ঘূৰাই চিধা যাব। "—গোবিন্দই অট'বালাক নির্দেশ দিলে।

নবীনাই বিচৰা মতে হোটেল পালে। চল্লিচ টকীয়া চিঙ্গল ৰুম। লগত থাকিব গোবিন্দ।

গোবিন্দই সকলো ঠিক-ঠাক কৰি দিলে। বেলি লহিয়াহে যদিও দুয়ো দুপৰীয়াৰ সাজ খায় ললে। দুয়ো আকৌ ৰুমৰ ভিতৰত সোমাল। দুয়ো

অলপ জিৰণি লবৰ বাবে চেষ্টা কৰিলে।

: গোবিন্দ !

: বাইদেউ !

: তোমাৰ ঘৰৰ কথা সোধাই নাই নহয় ? ঘৰত কোন কোন আছে বাৰু ?

: মোৰ ঘৰৰ কথা নকব বাইদেউ ! আমাৰ ঘৰ উত্তৰ লক্ষীমপুৰত বাইদেউ। গাঁওখনৰ নাম আছিল টোকানকাটা। খেতিয়কৰ ল'ৰা হিচাপে দেউতাই পঢ়া-শুনা কৰিলেও খেতিকেই কৰিছিল। পিছে বছৰে বছৰে হোৱা বানপানীত বৰ নোবাৰি দেউতাই চাকৰি বিচাৰি আহি শ্বিলং পালেহি। আমি তাতেই ডাঙৰ দীঘল হোৱা। বাইদেউ চাৰিজনী। বিয়া দিছে। মোৰ ওপৰৰ দাদাজন পাগল। ডাক্তৰে কৈছে ভাং হিৰোইন আদি খাই তেনে হৈছে। দেউতা চৰকাৰী অফিচৰ কেৰাণী আছিল। দেউতা বৰ ধনী মানুহ আছিল বাইদেউ। যেতিয়া ডেপুটী চেক্ৰেটাৰী হৈছিল তেতিয়াই গুৱাহাটীত ঘৰে মাটিয়ে কিনি ললে। কিন্তু দেউতাই মোক কেৰেণী চাকৰি কৰিব দিবলৈ লাজ কৰে। আন কামো নাপাওঁ। সাতে পাচে ঘৰকে বাদ দি ফুটপাথ, গুমটী আদিতে পৰি থাকো।

নবীনাই এটা অৰ্থপূৰ্ণ হাঁহি মাৰিলে আৰু ভাবিলে, — মানুহৰ কিছুমান সমস্যাইও কেতিয়াবা হুৰবায়।

মানুহৰ পৰিকল্পনাবোৰ কেতিয়াবা বছৰৰ পিছত বছৰ ভাবি থাকিলেও মনঃপুত নহয়। কেতিয়াবা আকৌ কোনো এক মুহূৰ্ত্তৰ ভিতৰতে উপায় উদ্ভাৱন হয়। নবীনাৰো এনেকুৱা এটা উপায় হঠাৎ মনত খেলালে আৰু মনটো বৰ ভাল লাগি গ'ল। ভাল লগাই নহয়। পৰিকল্পনাটো মনতে পাগুলি থাকিল।

সন্ধ্যা হ'ল। নিশাও ক্ৰমান্বয়ে গভীৰ হবলৈ ধৰিলে। নবীনা আৰু গোবিন্দই শুকান ৰুটি আৰু তৰ্কাৰী অকণ অকণ লৈ খালে।

নিশা শুবৰ সময়ত গোবিন্দই ইতস্ততঃ কৰিলে।

: মই বাইদেউ, হোটেলৰ বাৰান্দাতে শুম।

: কিয় ? লাজ লাগিছে ? আজি-কালি বজাৰৰ মাজৰ ফুট-পাথতে মানুহে লাজ নকৰে, তুমি আকৌ বন্ধ কোঠাটোৰ ভিতৰতে লাজ কৰিছা ? বাহৰ পৰা নামি অহা অকলশৰীয়া অসহায়া ছোৱালীবোৰক

অনিশ্চিত পথলৈ যেতিয়া তোমালোকৰ দৰে ল'ৰাবোৰে লৈ গৈ আছিলা তেতিয়া লাজ লগা নাছিল। আজি মই নিজে নিজে ধৰা দিয়া বাবেহে লাজটো লাগিছে নহয় ? লাজ কৰিব নালাগে। মই পালেঙ্খনতে শুই থাকিম তুমি মজিয়াতে দৰ্জাৰ পৰ্দা এখন খুলি লৈ শুবা।

গোবিন্দৰ যাদুখেল চাই থকা দৰ্শকৰ দৰে লাগিল। নিশা গভীৰ হৈ আহিলে বিজুলী বাতিৰ পোহৰো ঘণ হয়। ভাঠ হয়। এই পোহৰে চকুত জলক-তবক লগায়।

নবীনা শুলে।

গোবিন্দও শুলে।

: বাইদেউ! লাইটটো অফ কৰি দিওঁনে ?

: দিয়া।

ক্ষন্তেক নিস্তব্ধ।

গোবিন্দই এন্ধাৰতে অনুমান কৰি ক'লে : বাইদেউ আপোনাৰ ভৰি দুখন ইমান ধুনীয়া।

: এন্ধাৰত সকলো বস্তুৱে ধুনীয়া দেখি।

: মই আপোনাৰ ভৰি দুখন পিহি দিওঁনে ?

: দিয়া বাৰু। কিন্তু আঠুৰে সীমা।

গোবিন্দ নবীনা শুই থকা পালেংখনতে উঠি বহি পৰিল। সি তাৰ ইচ্ছা পূৰণ কৰা আৰম্ভ কৰি দিলে।

: গোবিন্দ !

: বাইদেউ ?

: আমাৰ সমাজৰ মানুহবোৰ বৰ সৌন্দৰ্য্য প্ৰিয় হৈ উঠিছে। মানুহৰ মনবোৰবো ভালেখিনি সলনি হ'ল। এতিয়া 'ৰূপে কি কৰে গুণেহে সংসাৰ তৰে' বাক্যবাৰ ওলোটা কৰিবৰ সময় হ'ল। মই এখন বিউটী পাৰলাৰ খুলিম বুলি ভাবিছো। তুমি সহায় কৰিব লাগে।

: কিন্তু বাইদেউ, বিউটী পাৰলাৰত দেখোন কেৱল মাইকী মানুহৰ কাৰবাৰ। তাত মই কি কৰিম?

: সেইটোৱেইটো কথা। তুমি বাতি পুৱালেই চহৰখনৰ আওপৰীয়া ঠাইত দুটা ৰূম ভাড়ালৈ বন্দবস্ত কৰিবা। আওহতীয়া ঠাইত ভাড়াও কম আৰু বিজনেচও চলিব ভালদৰে। সোফা, পাৰ্ডাৰ, চেন্টৰ গোটেই

সকলোকে আকৰ্ষণ কৰে। মই জানো তুমি পাৰিবা। আৰু বাহু আস্থানত যে তোমাৰ বন্ধুবোৰ আছে তাৰে শকত, বল থকা কেইজনমানক তুমি মাতি আনিবা। মই তেওঁলোকক মাহেকীয়া হাৰত দৰমহা দিম। কেইজনমান বাহু আস্থানতে থাকক। সিহঁতক কমিশ্যন দিম। অসমীয়া ল'ৰাবোৰে নতুন ব্যৱসায় কৰিবলৈ প্ৰথমতে ভয় কৰে। কিন্তু কাৰোবাক কিবা এটা কৰা দেখিলে একে ব্যৱসায় কৰাৰ ধুম উঠে। তুমি সিহঁতক ভয় কৰিবলৈ মানা কৰিবা।

গাঁওবোৰত চাৰিওফালে বানপানী হৈছে নহয়? এতিয়া খাব নোপোৱাবোৰে গৰু, ছাগলী, মুৰ্গী আদি খুউব সস্তা দামত বিক্ৰী কৰিব। ফালেণ্ডিবোৰে সিহঁতৰ অৱস্থাৰ অসহায়ৰ পূৰ্ণ সুযোগ গ্ৰহণ কৰিব। খাব নোপোৱাবোৰে পানীৰ দামতে বস্তুবোৰ বিক্ৰী কৰিব।

আৰু কি বিক্ৰী কৰে জানা? মঙহ। জীয়া মঙহ। নহলে যে পেটৰ ক্ষুধাই একো একোটা যৌৱনকে খাই পেলাব।

আন্ধাৰ কোঠাটোত আৰু বাইদেউৰ কথাবোৰত ভৰি পিহি দিবলৈ বাদ দি গোবিন্দই যেন এখন ছায়া ছবি তন্দ্ৰা লাগি চাই আছে।

: গোবিন্দ?

: বাইদেউ।

: টোপনি ধৰিছে নেকি?

: নাই বাইদেউ।

: অ' টোপনি নাযাবা। ওঁ সকলো কামৰে এটা পৰিকল্পনা কৰিব লাগে। এই পৰিকল্পনাৰ সময়খিনিতে চৰকাৰৰ বহু টকা খৰচ হয়। আচল কামটোৰ আধা মানেই খৰচ হয় বুলি ধৰি লোৱা। কিন্তু আমাৰ পৰিকল্পনাত টকা খৰচ কৰিব নোৱাৰা।

অ' তোমাক কি কৈ আছিলো? এই জীয়া মঙহৰ যৌৱনবোৰ চহৰলৈ বেছিকৈ আহিব। বাহু আস্থানত তোমাৰ লগৰ কেইজনে বন্দবস্ত কৰি মোৰ বিউটী পাৰলাৰলৈ লৈ আহিব। তাৰ পিছত মোৰ কাম।

পিছদিনা ৰাতিপুৱাই গোবিন্দ ওলাল তাৰা ঘৰৰ সন্ধানত। এবেলা পূৰ নৌহওঁতেই ঘৰও পালে। দুটা ভাঙৰ কোঠা। চহৰৰ পৰা আঁতৰতীয়া ঠাই। ৰাষ্ট্ৰীয় ঘাঁই পথৰ কাষতে। মাত্ৰ দূৰৈত দুখন ধাবা। ধাবাৰ সন্মুখত আঠ দহখন খাটিয়া। অলপ দূৰতে কয়লাৰ ডিপো। অহা-যোৱা

কৰি থাকিলেও গড়ে প্ৰায় ত্ৰিশখন মান ট্ৰাক, কয়লা ডিপো আৰু ধাবাৰ মাজৰ বাস্তাত ৰৈ থাকে। ট্ৰাকবোৰ গুচি যায়। আকৌ আহে। ধাবাত তৰ্কা,শুকান ৰুটি। আলু, পিয়াজ, মচলা। পিছফালে ধান খেৰৰ তলত বিলাতী মদৰ বটল। পঞ্চাশ টকাৰ বটল এশ টকাত বিক্ৰী হয়।

গোবিন্দই ঘৰটো এক প্ৰকাৰ ঠিক কৰি পেলালে। চৰকাৰী মাটিৰ ওপৰত সাধাৰণ দু-কোঠালিৰ ঘৰ এটা। চৰকাৰী মানুহে বিচাৰিলে এই ঘৰৰ মালিকক উলিয়াব নোৱাৰে। প্ৰাইভেট পাৰ্টীয়ে ললে ভাড়া লবৰ বাবে কিন্তু মালিক আছে।

গোবিন্দই বাহিৰে বাহিৰে "ফ্ৰেচ বিউটী পাৰলাৰ" নাম দি এখন চাইনবোৰ্ডও লিখিবলৈ দি আছিল। গোবিন্দ হোটেল পালে। নবীনাই বৰ আগ্ৰহেৰে তালৈ বাট চাই আছিল। কিন্তু ইমান সোনকালে আহিব বুলি ভবা নাছিল। গোবিন্দই এটা বৰ ডাঙৰ কাম কৰি অহাৰ দৰে নবীনাক ক'লে : বাইদেউ! চ'ব ঠিক হৈ গ'ল।

নবীনাই তাক মনে মনে ধন্যবাদ দিলে। অনিচ্ছাকৃতভাৱে কথা এষাৰও ক'লে : মই জানো গোবিন্দ। সমাজে নিবিচৰা কামবোৰ অতি সোনকালে হয়। এতিয়া দুপৰীয়াৰ সাজ খাই উঠি আমি ফাৰ্নিচাৰ অলপ কিনিব লাগিব। আয়না দুখন মানো কিনিব লাগিব। আয়নাখন মানুহৰ বৰ প্ৰিয়। কিয়নো কদৰ্য্য চৰিত্ৰৰ মানুহেও আয়নাত সৌন্দৰ্য্যৰ আঁকৰ বিচাৰে।

এইবোৰ কিনিবলৈ পইচা আছে। তুমি ভয় নকৰিবা। আমি কালিলৈ হোটেল এৰি দিম আৰু বিজনেচ আৰম্ভ কৰিম। আমিও বাইজৰ 'সেৱা' কৰিম।

কথামতে কাম।

নবীনা আৰু গোবিন্দই নতুন ঘৰ সজোৱাত লাগিছে। ঘৰৰ মালিক ওচৰত নাথাকে। দূৰে দূৰে তেওঁক ভাড়াটো দিলেই হৈ যায়।

দুই এজন কাষ্টমাৰে আহি ভুমুকিও মাৰিছেহি। কচাইখানাৰ সন্মুখত মাল ওলোমাই নাই। গ্ৰাহকে আহি লাইন পাতিছেহি।

নবীনাই গোবিন্দৰ চিনাকি ডেকা চাৰিজন আনি ৰাখিছে। পিছফালে পাকঘৰৰ দৰে থকা ঠাইখিনিতে সিহঁতে বস্তা পাৰি লৈছে টিমিক-টামাক পোহৰত তাচপাত খেলি আছে। হোৱালী তিনিজনীও সিহঁতৰ কাষে কাষে

বহি আছে। ঠিকনা নোহোৱা ছোৱালী। কোনেও কাকো বিচাৰিব নালাগে যেতিয়া আজি-কালি ঠিকনাৰো প্ৰয়োজন নাই।ঠিকনাই কি কৰিব? কি দিব? ধেমাজীৰ ল'ৰা আহি মৰিছে গোৱালপাৰাত। গোৱালপাৰাৰ ল'ৰা গৈ মৰিছে লক্ষীমপুৰত। কাৰ কি ঠিকনা আছে? বিবোৰ ডেকা-গাভৰুৰ ঘৰৰ লগত সম্পৰ্ক নাই, ইষ্ট -কুটুম্বৰ লগত সম্পৰ্ক নাই, চৰকাৰৰ লগত সম্পৰ্ক নাই তাত ঠিকনাই কাক কি দিব? পোহনীয়া জীৱবোৰৰো একো একোটা ঠিকনা থাকে। কিন্তু নতুন প্ৰজন্মৰ ঠিকনাবোৰ হেৰাই যাবলৈ ধৰিছে। যিথন দেশত চৰকাৰী ঋণ লবৰ বাবে মাক-বাপেকৰ ভুৱা নাম দিয়ে, গাঁও জিলাৰ নাম ভুলকৈ লিখিবলৈ বিবয়াই শিকাই দিয়ে আনকি নিজৰ নাম পৰ্য্যন্ত সলাই দিয়ে তাৰ আকৌ কিহৰ ঠিকনা। এইথন দেশতে অনুসূচীত জাতি বুলি মানুহে পইচাৰে চাৰ্টিফিকেট কিনে, মেট্ৰিক পাচ কৰা বুলি চাৰ্টিফিকেট গোটাব পাৰে তাত আকৌ কিহৰ ঠিকনাডাল আছে। কোনে জানে, কিজানি অহা বিশ বছৰ পাছত অসমীয়া মানুহে নিজৰ ঠিকনাকে হেৰুৱাব লগীয়াত পৰিব পাৰে।

নবীনাই ছোৱালী তিনিজনীক মাতি আনি 'নতুন ড্ৰেচ' পিন্ধালে। সিহঁতক এটা কমকৈ যে পৰ্দ্দা পেলাই চাৰিভাগ কৰিব পাৰি দেখুৱাই দিলে। তাৰ পিছত বিবিআজী মাৰ্কেটৰ পৰা অনা খাটবোৰৰে এখনত বহুৱাই ললে। সন্মুখত নবীনা।

: আজি সন্ধিয়াৰ পৰাই কাষ্টমাৰ আহিব। তহঁতে ভয় নকৰিবি। সময় বন্ধা থাকিব। সেইমতে কাষ্টমাৰ গুচি যাব। অসুবিধা পালে বেৰত হাতেৰে কোবাই দিবি। গোবিন্দ এণ্ড কোম্পানীয়ে ধুলাই কৰি দিব। সকলো চম্ভালি লব।

হু! এইবোৰ গাৰ কাষতে ৰাখিবি। হাতেৰে চুকি পোৱা জেগাতে ৰাখিবি। এইবোৰ হল বেয়া বেমাৰৰ পৰা ৰক্ষা পোৱাৰ বস্তু। মই দেখুৱাই দিয়া মতেই গুপ্তাঙ্গত লগাই লবি। তহঁত বেমাৰৰ পৰা বাচিলেহে মোৰ বিজনেচ বাচিব। মনত ৰাখিবি — ইয়াত স্বাস্থ্য বেয়া হলেই অৱসৰ লব লাগিব। তেতিয়া কিন্তু তহঁতক বাজনলত কুকুৰ কাউৰীয়ে খাই শেষ কৰিব। একত্ৰ্য বকটিবোৰ তহঁতৰ। মোক নালাগে। কিন্তু একো নুলুকাবি। যি হয় মোৰ আগতে হব লাগিব। তহঁতৰ তৰিৰ তলৰ মাটি নিজে ঠাঠ কৰিব লাগিব।

দেশখনৰ ভাল কামবোৰত হাত দিব খোজাবোৰক সহায় কৰিব খোজা ভাল মানুহৰ সংখ্যা বৰ কম। দুৰ্ভাগ্যক্ৰমে তহঁতে তেনেবোৰ মানুহক লগ নাপালি। তহঁতেতো যৌৱনৰ প্ৰমোদত এইবোৰ কাম কৰিবলৈ ওলোৱা নাই।

উজাগৰী নিশাৰ মিঠা ক্লান্তি ইয়াত নাপাবি।

তহঁতৰ বুকুৰ পদুম পূৰঠ হৈ কোনোদিন নুফুলিব।

যুদ্ধভূমিৰ কুৎচিৎ দৃশ্য চাই চাই তহঁতে হাঁহিব লাগিব।

আঁতৰ আৰু স্নো-পাউদাৰৰ সুবাসেৰে মৰাশৰ পচা গোন্ধ ঢাকিব লাগিব। পাৰিবি নহয়?

\+ \+ \+

আৰম্ভ হ'ল "ফ্ৰেচ বিউটী পাৰলাৰ"ৰ কাম। ইয়াৰ শুভ উদ্বোধনও নহ'ল নাইবা ফিটা কাটি দ্বাৰ উন্মোচনও কৰা নহ'ল। খবৰৰ কাগজতো নুঠিল নাইবা ৰেডিঅ' টি ভিতও প্ৰচাৰ নহ'ল। ফিটা কাটি উদ্বোধন কৰি যদি পিচদিনাৰ পৰা ঠাইডোখৰে মৰিশালি হয়; বৃক্ষৰোপণ কৰি যদি বেলি লহিওৱালৈকে গছপুলি ন-কইনাৰ ওৰণি হলা দি হালি আছি মাটিত লাগে তেনেহলে তেনে উদ্বোধনৰ সাৰ্থকতাই বা ক'ত? ইয়াত "হৰ হৰ" বক্তৃতা নচলিব। নিজৰ পইচা খৰচ কৰি মালা পিন্ধি সভাপতি হবলৈ গোতোলমাৰা গাঁওবুঢ়াবো প্ৰয়োজন নহ'ল। আচলতে ই হৈয়ে গ'ল।

নিশাৰ কাউন্টাৰ ভৰি পৰিল। লাহে লাহে নবীনাৰ টকা খৰৰ ঠাই নোহোৱা হ'ল। ছমাহ গ'ল। বছৰ গ'ল। দুবছৰত ভৰি দিলে। সকলোকে দৰ্মহা দি উঠিও নবীনাৰ মাহে ছয় সাত হাজাৰ টকা বাহি হ'ল। ফ্ৰেচ বিউটী পাৰ্লাৰৰ নিত্য নতুন ডেক'ৰেশ্যন হ'ল। কোঠালি বঢ়োৱা হ'ল। বছৰে বছৰে অহা বানপানীয়ে নতুন নতুন সম্ভাদৰত পোৱা মুৰ্গীৰ আমদানি হ'ল।

কিন্তু নবীনাই গমকে নাপালে যে "ফ্ৰেচ বিউটী পাৰলাৰ" কেন্দ্ৰ কৰি ইতিমধ্যে মদ, হিৰোইন, কোকেইন, এল এচ ডি, গাঞ্জা আদিৰ এখন অদৃশ্য বজাৰ বহিছে। ছাত্ৰ- শিক্ষক , ঠিকাদাৰ, বেপাৰী, ৰাজনীতিক, সন্ন্যাসী সকলো মানুহৰে আগমন ঘটিছে ইয়ালৈ। ব্যক্তিৰ এজাবত কোনেও কাকো নেদেখে। অথচ বস্তুবোৰ নিজেই পোহৰ হৈ হাতৰ মুঠিত ধৰা দিয়েছি। ইয়াত সঘনে মাৰ্দাৰ হয়। হাৰিয়ানা, পাঞ্জাবৰ পৰা অহা বোজাই ট্ৰাকবোৰত ডকাইতি হয়। ওচৰৰ কয়লা ডিপোত নিজে নিজে জুই লাগে।

ইমানখিনি হোৱাৰ পিচতো নাতি দূৰৈত থকা আৰক্ষী চকীখন শুই আছিল। কাৰণ ট্ৰাকবোৰৰ পইচা আৰু অদৃশ্য বজাৰখনৰ পইচাই তেওঁলোকক বাৰুকৈয়ে নিচা লগাইছিল। কিন্তু যেতিয়া বিভিন্ন ঠাইৰ পৰা ইয়াৰ প্ৰতিবাদ আহিল, ভি আই পি ৰ ল'ৰাৰ চৰিত্ৰ নষ্ট হোৱা বুলি খবৰ আহিল তেতিয়াহে যেন আৰক্ষী চকীটোৱে সাৰ পালে। তেওঁলোকে কিবা নতুন বস্তু আবিস্কাৰ কৰাৰ দৰে এন্ধাৰৰ বজাৰখনৰ উহ বিচাৰি উলিয়ালে।

নবী-বাই ইয়াৰ বাবে দায়ী।

নাই লাইচেঞ্চ, নাই ৰেজিষ্ট্ৰেশ্যন। গতিকে উপাই নাই, বাই ! ওপৰবালাই গম পাইছে যেতিয়া আমাৰও ইন্‌কামৰ মুধা মৰিল। আমাৰ ইন্‌কাম নহলেওতো সিহঁতক দিবই লাগিব। আপুনি গুচি যাওঁক বাই। আমি এইবোৰত জুই জ্বলাই দিওঁ। — হাবিলদাৰজনে অতি আন্তৰিকতাৰে নবীবাইক কথা কেষাৰ ক'লে।

নবীনা ক্ষুব্ধ হৈ উঠিল।

: নাই নাই । মোৰ এই ব্যৱসায় বন্ধ হব নোৱাৰে। যদি পুৰিব লাগে মই নিজ হাতেৰে ইয়াত জুই জ্বলাই দিম। মইও পুৰি মৰিম।

নবীনাৰ ক্ৰোভত কঁপি আছে দুই হাত।

: চাওক বাই! পগলামিখন নকৰিব। কিবা এটা কৰি আপুনিও বাচক আমাকো বাচি থাকিবলৈ দিয়ক।

নবীনা নাছোড়বান্দা। পুৰিব লাগে যদি তাইয়ে এইখন নৰক পুৰি পেলাব।

: আপোনালোকে যে টকা খায় সেইটোত আপোনালোকৰ চৰিত্ৰক বিক্ৰী কৰা নহয়? সেইয়া বেশ্যামি নহয় ? আমাৰ শৰীৰটো বিক্ৰী কৰো বাবে আমি বেশ্যা হলো ?

হাবিলদাৰ থৰ লাগিল। তেওঁ নবী-বাইক বুজাবলৈ আকৌ চেষ্টা কৰিলে।

: চাওক বাই। এতিয়া নীতিবাক্য উচ্চাৰণ কৰাৰ সময় নহয়। এইবোৰ কথাত যুক্তিৰ কোনো গুৰুত্ব নাই। ওপৰৱালাৰ হুকুম। এই বিগুটী পাৰলাৰ উৎখাত কৰিব লাগে। পুৰি ছাই কৰি দিব লাগে। আপুনি আন ব্যৱসায় কৰক। আমাৰ চাকৰিবোৰৰ লগত এইবোৰৰ বিজনি নিমিব। আমাৰ বেশ্যামিবোৰ সমাজে প্ৰায় মানি লৈছে। আপোনালোকৰ মানি লোৱা নাই। আমি অসহায়।

ঃ হয় নেকি ?           হয় লওঁক। — নবীনা কোঠাৰ ভিতৰলৈ সোমাই গৈ এটা এনভেলাপ আনি হাবালদাৰৰ পকেটত গুজি দিলে।

মোক অলপ সময় দিয়ক। মই মোৰ কৰ্ম্মচাৰী ডেকা-গাভৰু হঁতৰ মাজত মোৰ সমুদায় ইন্‌কামখিনি ভগাই দিবলৈ দিয়ক। কাৰণ সিহঁতেই মোৰ এই 'ফ্ৰেন্স বিউটী পাৰলাৰ' খন লহ পহকৈ বাঢ়ি অহাত আটাইতকৈ বেছি শাৰীৰিক অৰিহণা যোগাইছে।

আপুনি থানালৈ গুচতি যাওঁক। ৰাতিপুৱা আহি দেখিব ইয়াত আৰু 'ফ্ৰেন্স বিউটী পাৰলাৰ' নাই। থাকিব মাথো কিছুমান ছাই। যাওঁক। আপুনি এতিয়াই গুচি যাওঁক। আপোনাৰ ইচ্ছাকে পূৰণ কৰা হব।

নিশাৰ ভিতৰতে হোৱালী কেইজনীক আৰু ল'ৰাইতক ক'ৰবাত নিৰাপদে ৰাখিবলৈ নবীনাই গোবিন্দক হুকুম দিলে। পাৰিলে সিও যে ঘূৰি আহিব নালাগে তাকো সকীয়াই দিলে। নবীনা বাহিৰেভিৰ কথা সি গেলাব নোৱাৰে। গোবিন্দই সিহঁতক আঁতৰাই পঠিয়াবলৈ কিছুদূৰ খোজ কাঢ়ি আগুৱাই গ'ল। "ফ্ৰেন্স বিউটী পাৰলাৰ" ত এই দোভাগ নিশা নবীনা অকলে।

শেষ নিশা 'ফ্ৰেচ বিউটী পাৰলাৰত' দপ দপকৈ জুই জ্বলি উঠিল। চহৰখনৰ আওহঁতীয়া ঠাইত জ্বলা জুইয়ে কাকো সন্ত্ৰাসৰ সৃষ্টি নকৰিলে। থানাত মাথোন দিউটীবালাই হাবালদাৰক কোৱাৰ্টাৰত জনালে। হাবালদাৰে দিউটীবালাক টোপনিৰ আমেজতে মাথোন গিৰ্জনি মাৰিলে, — জুই নিজে নিজে নুমাবলৈ দে বুদ্দু। বেডি পাৰ্টী সাজু কৰি থ। মই নিচেই পুৱাতে ছাইবোৰ চাবলৈ যাম।

দিউটীবালাই আকৌ বন্দুকটো কান্ধত আওজাই থানাৰ বাৰান্দাতে টুল এখনত বহি টোপনিয়াবলৈ চেষ্টা কৰিছে। তথাপি তাৰ কাণত বাজি থাকিল অদূৰত জুইয়ে পোৰা শন্‌শননি শব্দ।

হাবালদাৰে ৰাতিপুৱা দেখে "ফ্ৰেন্স বিউটী পাৰলাৰ" ৰ ঠাইত কিছুমান এঙাৰ আৰু ছাই। সেই এঙাৰ আৰু ছাইৰ মাজত এজনী হোৱালীৰ অৰ্দ্ধ দগ্ধ দেহ পৰি আছে। ধোঁৱাবোৰে তাইৰ পোৰা দেহাটোৰ গোন্ধ যত্‌তত্‌ বিয়পাই দিছে। হাবালদাৰে পোৰা দেহটো চিনাক্ত কৰিবলৈ খুউব চেষ্টা কৰিলে।

হাস্পাতাললৈ পোষ্ট মৰ্টেম কৰিবলৈ নিওঁতে কালি তাৰ পকেটত

নবীবাই গুজি দিয়া এনভেলাপটোৰ কথা মনত পৰিল। কিমান টকা দিছিল তাকে চাবলৈ এনভেলাপটো খুলি দেখে টকাৰ সলনি নবী-বাইৰ সম্পূৰ্ণ নাম আৰু গাঁৱৰ আচল ঠিকনা থকা এখন কাগজ।

\+ + +

সদৰৰ পৰা মুহিৰাম আহি যোগেশ্বৰ দাইটীৰ পদূলি মুখত চাইকেলৰ পৰা নামিল। সদৰত বহুতো কিবা-কিবি শুনি আহিছে সি । সি নিজে আনৰ চকু চেলেকি খুৱা মানুহ। সেয়ে খবৰবোৰো পায় আগতে। সুবিধা উলিয়াই আজি কংগ্ৰেছ, কালিলৈ জনতা পৰহিলৈ বি জে পি । কিমান যে কি নহয় সি। ইলুটি সিলুটিকৈ সাঁতোৰা মাছ জালতো নপৰে। সদাই ফাকে ফাকে সৰকি যায়। ইপিনে এটা গজগজীয়া কেৰাণী চাকৰি। সিপিনে ৰাজনীতি। এইটো এটা ভাল ব্যৱস্থা। ইয়াৰ দ্বাৰা তিনি প্ৰকাৰ লাভ হয়। এক নম্বৰ — টকা-পইচাৰ কেলেঙ্কাৰী কৰিলেও শাস্তি নহয়। দুই — বদলি হ'ব নালাগে। তিনি, — বিষয়া বচ্‌বোৰে ভয় কৰি চলে। গৰৈ মাছে বোকাত মুৰটো সুমুৱাই কোনেও নেদেখা বুলি ভবাৰ দৰে মুহিৰামেও তাৰ কৰ্ম্ম কাণ্ড বোৰত আনৰ চকু নপৰা বুলিয়ে ভাবি থাকে।

মুহিৰামে গল হেকাৰি এটা মাৰি মাত দিলে, — ।

: যোগেশ্বৰ দাইটী ! আপোনাৰ ডাঙৰ ল'ৰা ৰাজনীতি কৰা মানুহৰ ঢামা হৈ দালালি কৰাত লাগিছে। আপোনাৰ দ্বিতীয় ল'ৰা বন্দুক পাৰ্টীত সোমাইছে। উগ্ৰপন্থী দলত সোমাই বিদেশৰ পৰাও ঘূৰি আহিল। আপোনাৰ তৃতীয় ল'ৰাই বাটে-ঘাটে মানুহৰ পৰা দকা হকা দি লুট কৰাত লাগিছে। আপুনি গম-গতি কিবা পায়নে ? আপোনাৰ আদৰ্শক সিহঁতে পুৰি খালে। আপোনাৰ সন্মান সমূলঞ্চে শেষ কৰিলে দাইটী ! আপোনাৰ ছোৱালী নবীনাই

: চুপ থাকাহে মুহিৰাম। তুমি সেইবোৰ কি বলকিছা ? পাবলগীয়াটোৰ পৰা যি মানুহ বাৰে বাৰে বঞ্চিত হৈ থাকে সি অনবৰত যুজং দেহি মনোভাব পুহি ৰাখে আৰু সমাজত নকৰিব লগীয়া কাম কিছুমান কৰি থাকে। স্বাধীনতাৰ পিছত কিমানখন চৰকাৰ বাহিৰে ভঙা-পতা কৰিলে। আটাইবোৰেই ৰাইজক কি কৰি আছে দেখিছাই। ৰাজ্য নিয়ন্ত্ৰণৰ নামত কিমান টকা কাৰ পেটত সোমাল তাৰ হিচাপ ৰাখিছা ? ৰাজধানী আহিলে মিটিং পাতে । দিনাৰ, লাঞ্চ খাই কথা পাতে। হেলিকেপ্টাৰৰ শব্দত কাণতাল

মাৰি ধৰে । বানপানী হৈ যোৱাৰ পিছত কাৰো উম-ঘাম নাই। আজি বিজ্ঞানৰ যুগত বান নিয়ন্ত্ৰণ কৰিব নোৱাৰি এনে কথাত কোনোবা ভোল যাবনে ? যাই যদি অসমীয়া মানুহ ভোল যাব। আমাক ঠগাই থাকোতে দুবলা সন্মান লাঘব নহয় ? যোৱা যোৱা। বাপেকে একো এটা সিইঁতক কৰি দিব নোৱাৰিলো, চৰকাৰখনে নোৱাৰিলে গতিকে সিহঁতো বানপানীৰ দৰেই দ ঠাইলৈ বৈ গৈছে। মোক সেইবোৰ নীতিবাক্য নুশুনাবা মুহিৰাম।

আমিও মানুহবোৰ সেইহে । ভোটৰ সময়ত কুৰি টকা লৈ চাকৰি নাইবা কাম-বন বিচৰা সময়ত কুৰি হাজাৰ দিওঁ। সেইহে আমাৰ মানুহৰ দেনা পাওনাৰ হিচাপ? মোক অঙ্ক শিকাবলৈ নাহিবা। কিন্তু শুনি যোৱা মুহিৰাম। ধোঁৱাই একো কৰিব নোৱাৰিলেও ধোঁৱা কিন্তু জুই জ্বলাৰে ইঙ্গিত।

খং আৰু আক্ৰোশত যোগেশ্বৰৰ বুকুখন চপচপাবলৈ ধৰিলে। কোনোমতে সেহাই সেহাই ক'লে : অকল মোৰ ল'ৰা-ছোৱালীয়ে এইবোৰ কৰ্যাইছেন আগধৰি মইয়ে ভেটা দিলোহেঁতেন। যদি প্ৰতি ঘৰে ঘৰে একে অৱস্থা হয় কোনে কাক ভেটা দিব ?

নম্ৰ আৰু ধাৰ্মিক স্বভাৱৰ যোগেশ্বৰ দাইটীৰ কথাৰ সুৰ লবা দেখি মুহিৰামে মনে মনে ভয় খালে। দাইটী সলনি হ'ল। আমাৰ দৰে দাইটীও সৎ কোনটো, অসৎ কোনটো, সঁচা কোনটো, মিছা কোনটো চিনি নোগোৱা হ'ল। দাইটীৰ ওচৰৰ পৰা কোন পলকতনো আঁতৰ হব পাৰি তাকে চেলু বিচাৰিলে। দাইটীৰ কথাবোৰ শুনি এনেহে লাগিল যেন বৰ্ত্তমান ডেকা-গাভৰু হঁত যি বিশৃঙ্খল পথৰ যাত্ৰী হৈ আগবাঢ়িছে তাত অভিভাৱকবোৰৰ মৌন সম্মতি আছে।

মুহিৰাম মনে মনে থকা দেখি যোগেশ্বৰ দাইটীয়ে আকৌ মুখ মেলিলে, —

: হেৰৌ, চাকৰি পাব কি সতে? ঘৰত এজন মন্ত্ৰী এম এল এ নাই। নাই যে নাই কাণৰ কাষত ফুচফুচাবলৈ ইষ্ট -কুটুম্বৰ ভিতৰতো এজন প্ৰাক্তন এম এল এ নাই ।অথচ পাৰ্ট বছৰে পাঁচ বছৰে চেৰ 'প্ৰাক্তন বিধায়ক' মন্ত্ৰী ওলায়েই আছে। কোনোবাখন কপাল ফুটা প্ৰদেশে আকৌ পাঁচ বছৰ নৌহওঁতেও পায়। তথাপি নিমিলে। সাক্ষাৎকাৰ লোৱাবোৰত আকৌ যদি থকাবোৰৰ এজনো কৃষক নাথাকে নহয় । থাকিলেহে কৃষকৰ

পুত্ৰৰ প্ৰতি দয়া মমতা হ্লাহেঁতেন। জনা কথাটোকে ইংৰাজীত কব নোৱাৰে বাবে আমাৰবোৰে ফেইল কৰে।

পিছে তইঁনো ইমান সোনকালে সদৰৰ পৰা আহি পালিহিয়েনে? কাৰ্য্যালয়ৰ পৰা তিনিমান বজাতে ওলালি চাগে ? নহলে পাঁচ বজাত এইখিনি আহি পাবনে ? তইঁতৰে ভাল দে। তইঁতে বিদেশীক মাটিৰ পট্টাও দিয় আগতে আৰু টাঙোন-টোকোন লৈ বিদেশীক খেদিবলৈকো যাব আগতে। তইঁতৰ দৰে মানুহবোৰ বৰ্ত্তমান যুগত জীয়াই থকাৰ লায়ক। আমিবোৰ 'আছো'বুলি কৰৰ বাবেহে আছো আৰু।

যোগেশ্বৰ দাইটাৰ কথা শেষ হোৱা বেন পাই মুহিৰামে চাইকেল খনৰ ওপৰত লাফ মাৰিলে। পৰি গ'ল চেইন ডাল। এই ডাল আকৌ পৰিবলৈ জেগা নাপায়। যোগেশ্বৰ দাইটাৰ আৰু কাট্ মাৰা কথা শুনিব লাগিব বুলি ভাবি মুহিৰামে চেইনডাল হাতেৰে নুতুলি ভৰিৰে দুটা ডাঙৰ ঠেলা মাৰি চাইকেলখন আগুৱাই নিলে। কেঁকুৰিটো পাৰ হলেহে চেইনডাল তুলিব লাগিব।

\+ \+ \+

মহামায়াই তাঁতখনত মাকো মাৰিলেই তিনি চাৰিডাল সূতা ছিঙে। বানপানীৰ বাবে কেবাদিনো তাঁতশালখনত বহিবই পৰা নাছিল। সূতাবোৰত পানীৰ ভাপ লাগি পচিল চাগে। আঙুলি মুৰত থু লগাই সূতা জোৰা দিবৰ চেষ্টা কৰিছে। খেপ খেপীয়া মাটিত কুকুৰ টোৱে নেজডাল কোঁচাই শুকান ঠাই অকণ বিচাৰি ফুৰিছে । মুহিৰাম যোৱাৰ পিছত যোগেশ্বৰে কুকুৰটোৰ অপায়-অমঙ্গলখিনি চাই আছে। বানপানীৰ কেদিন দেখা নোপোৱা তোৰা কাউৰীজনীয়েও যৰৰ মুধচত বৰ বেয়াকৈ ৰমলিয়াই আছে। সকলো ভোকতে আছে চাগে !

এনেতে যোগেশ্বৰৰ পদুলিমুখৰ চাৰি আলিৰ চ'কটোতে চাৰি ফালৰ পৰা চাৰিখন জীপগাড়ী, পুলিচ ভান আহি ৰ'লহি। গাড়ীৰ ভিতৰত পুলিচ। গাড়ী কেইখন বিভিন্ন দিশৰ পৰা আহিলেও চকটোত চাৰিওখন গাড়ী প্ৰায় একে সময়তে বৈ যোৱা বাবে গাঁৱৰ ঘৰ ৰখীয়া হিচাপে যি দুই চাৰিজন লোক আছিল আটায়ে আশাৰে আগবাঢ়ি আহিল। মধ্যাঞ্চিত কেম্প কৰি থকাবোৰেও ৰিলিফৰ গাড়ী অহা বুলি ভাবি হাতে হাতে খৈলাৰ মোনা লৈ চাৰিআলিৰ চ'কটোলৈ ঢাপলি মেলিলে।

ভেৰ চাপি সকলো অবাক । এইখ্রাচেনবান পানীৰ বিলিক নহয়।এতিখন গাড়ীৰ পৰা একো একোটা মৰাশ হে নমোৱা হ'ল। সমাজসেবীৰ ভূমিকা লোৱা শ্যামলক কোনোবা সন্ত্রাসবাদীয়ে মাৰিলে। বিমলক মিলিটাৰীয়ে মাৰিলে। অমলক পুলিচে মাৰিলে। নবীনাই জুইত জলিয়াই আত্মহত্যা কৰিলে ।

এই দৃশ্য গঞা বাইজে চালে। শ্যামলৰ পত্নী পলাই কাট মাৰিলে। মহামায়া তাঁতশালখনতে মূৰ্চ্ছা গ'ল। যোগেশ্বৰে পুলিচে ধৰি থকা হাতখনেৰে কপি কপি কাগজত চহী কৰিছে। সেইয়া মৰাশ চমজি পালো বুলি লিখা কথাৰ তলত চহী। চাৰিখন কাগজত চাৰিটা চহী। যোগেশ্বৰে কন্তেক সময় বুৰ্ব্বক মানুহৰ দৰে উপস্থিত মানুহবোৰলৈ চালে। হাতে হাতে খৈলাৰ মোনা। মুখবোৰ কেহবাজী বৰণৰ। সদাই দেখি থকা চিনাকি মুখবোৰো যেন সেই মুহূৰ্ত্তত চিনিব পৰা নাই। গড়-কাপ্তানী বিভাগৰ শিল দিয়া ৰাস্তাৰ ওপৰেৰে গাড়ী চাৰিখন গুচি গ'ল। যোৱা শব্দটো যেন চকাবোৰে কাৰোবাৰ হাড়-মূৰ ভাঙিচূৰ্মাৰ কৰিছে হৰহৰাই আগবাঢ়িছে।

যোগেশ্বৰে বগা কাপোৰেৰে ঢাকি থোৱা মুখবোৰ আকৌ এবাৰ চাই ললে। তেওঁ থৰক-বৰক কৈ আহি পিৰালিৰ সেমেকা বোকা মাটিখিনিতে বহি পৰিল। মহামায়াৰ মুখত কেইজনীমান তিৰোতাই বাৰাম্দাতে মাটিৰ ওপৰত শুৱাই দি পানী ঢালিছে।

গঞা বাইজে মৰাশবোৰ এটা এটাকৈ উঠাই তুলসীৰ তলত উত্তৰমূৰাকৈ শুৱাই দিছে। তাৰ পিছত শ্মশান যাত্ৰাৰ ব্যৱস্থা।

সাৱধান। সাৱধান।।

যোগেশ্বৰে চিঞৰি উঠিল। মৰাশ শ্মশানলৈ নিনিবি। এই চোতালতে তাঁহতে ইঁহতক দাহ কৰ। ভেকোলবাইত কোন ক'ত আছে মাতি আন। শ্বহীদ বেদী ইয়াতে হব লাগিব। মোৰ চোতালৰ শ্বহীদ বেদীত সকলোৰে নাম খোদিত হব লাগিব। বিবোৰ মৰিছে সিহঁতৰো নাম থাকিব। বিয়ে ইহঁতক হত্যা কৰিছে সিহঁতৰো নামও খোদিত হৈ থাকিব লাগিব। নহলে মই কাকো শুদাই নেৰিম। এফালৰ পৰা মেচি দাৰে কাটি যাম। 'শ্বহীদ' শব্দৰ অপব্যাখ্যাৰে মোৰ চোতালত আৰু এটা শ্বহীদ বেদী নিৰ্মাণ হওক। এই বেদীত সকলোৰে নাম লিখা থাকক— মৰোতাৰো মাৰাবোৰৰো। এদিনলৈ অন্ততঃ মানুহে জানিব— এই বন দেশত ইমান দেশপ্ৰেমিক আছিল।

ঐ কোন ক'ত আছ ? ইয়াতে আছ। এই নামবোৰৰ কাকো কোনেও দেশদ্ৰোহী বুলি নকবি। ইহঁত সকলো দেশপ্ৰেমিক।

যোগে জেঠাই ! আপোনাৰ মূৰ ঘূৰিছে। আপুনি ভুল বলকিবলৈ ধৰিছে জেঠাই। আপুনি ধৈৰ্য্য ধৰক। আপুনি নিজে নিজে সান্ত্বনা লওক। "কাৰো দুখ কোনেও কাঢ়ি নিব নোৱাৰে"।— আপুনিয়েতো ইমান দিনে আমাকবুজাই আছিল। আজি আপুনি নিজে সেইবাৰ কথা মনত পেলাওক। অলপ সময় মনে মনে থাকক। কথা নকব।

: কথা নকম ? আৰু কম। চিঞৰি চিঞৰি কম। আজি ভাৰতবৰ্ষৰ মন্ত্ৰী, বিধায়ক, লেখক, সাংবাদিক, শিক্ষক-ছাত্ৰ, ভেজালকাৰী বেপাৰী, ঠিকাদাৰ, বিষয়া, কৰ্মচাৰী, সন্ত্ৰাসবাদী সকলো দেশপ্ৰেমিক হৈছে। হোৱা নাই মাথো কেলেহুৱা শ্ৰমিক আৰু কৃষকবোৰ। ইয়াতে মই আনন্দ নকৰি কি চকুপানী পেলাম? এই সবৰে নাম চিতাত তুলি দে। বানপানীৰ বোকাপানী চোতালৰ পৰা এতিয়াও শুকুৱা নাই। চিতাত তহঁতে জুই জ্বলাব নোৱাৰিবি। সেই জুই মই জ্বলাম।

চাৰিজন মানুহেও হেঁচা মাৰি ধৰি ৰাখিব নোৱাৰা যোগেশ্বৰে টেটু ফালি যোৱাকৈ চিঞৰিছে,—

তুমিও আহিছা গোগো গাঁওবুঢ়া? আহা আহা। আগবাঢ়ি আহা। তোমাৰ ডেপৰ পৰা গেজেফুলৰ মালাধাৰি উলিওৱা। মই নিজে মাল্যদান কৰো। তুমি ইয়াতে মিটিং পাতা। সভাপতি হৈ তুমিয়ে প্ৰথমতে উচ্চস্বৰে ঘোষণা কৰা— আমাৰ দেশ "দেশপ্ৰেমিকেৰে" ভৰি পৰিছে। ১৯৫২ চনৰ পৰা আজিলৈ দেশৰ পঞ্চবাৰ্ষিক পৰিকল্পনাবোৰৰ সকলো পৰিসংখ্যাৰ হিচাপৰ ৰেকৰ্ড ভঙ্গ কৰি খহীদ স্তম্ভৰ হিচাপে আজি অভিলেখৰ সৃষ্টি কৰিছে। তোমালোকে আনন্দ নকৰা?? তোমালোক বাইজখনে মুখমেলি কি চাই আছা???

## লিখকৰ প্ৰকাশিত গ্ৰন্থ সমূহ—

| | |
|---|---|
| ১/ কাণে কাণে কৈ যাও (উপন্যাস) | ১৯৬৭ চন নৰ্থ ইষ্টাৰ্ণ প্ৰেছ, শ্বিলং |
| " (দ্বিতীয় প্ৰকাশ) | ১৯৯৩ চন জ্যোতি প্ৰকাশন, গুৱাহাটী-১ |
| ২/ নৈয়ে এৰা সুঁতি (গল্প) | ১৯৬৮ চন অসম বুক ডিপো, কলিকতা গুৱাহাটী -১ |
| ৩/সেই কণ অপৰাণ (গল্প) | ১৯৭০ চন অসম বুক ডিপো, কলিকতা, গুৱাহাটী-১ |
| ৪/পলৰীয়া মেঘ (উপন্যাস) | ১৯৭৩ চন গুৱাহাটী বুক ষ্টল, বিলপুখুৰী, গুৱাহাটী-৩ |
| ৫/ আপোনজন (উপন্যাস) | ১৯৮২ চন মণি মাণিক প্ৰকাশ, পানবজাৰ, গুৱাহাটী-১ |
| ৬/ জিলিৰ জোকাৰ (গল্প) | ১৯৮৩ চন মণি মাণিক প্ৰকাশ, পানবজাৰ, গুৱাহাটী-১ |
| ৭/ মাউথে ওপন্তি যাম (শিশু উপন্যাস) | ১৯৮৯ চন মণি মাণিক প্ৰকাশ, পানবজাৰ, গুৱাহাটী-১ |
| ' (দ্বিতীয় প্ৰকাশ) | ১৯৯৪ চন অসম প্ৰকাশন পৰিষদ, গুৱাহাটী-২১ |
| ৮/ নিকিমণিৰ চিকিমিকি (শিশু গল্প) | ১৯৯০ চন প্ৰবাল বুক এজেঞ্চী, উজান বজাৰ, গুৱাহাটী-৩ |
| ' (দ্বিতীয় প্ৰকাশ) | ১৯৯৪ চন নতুন অসম উদ্যোগ শাম, বামুণীমৈদাম গুৱাহাটী-২১ |
| ৯/ গল্পৰ গাছপেৰা (গল্প) | ১৯৯১ চন নতুন অসম উদ্যোগ শাম গুৱাহাটী-২১ |
| ১০/ ব্ৰহ্মপুত্ৰকা ছালহৰু (নেপালী সংকলন) | ১৯৯৬ চন অসম গোৰ্খা সন্মিলন |
| ১১/ মৰম প্ৰপাত (গল্প) | ১৯৯২ চন গোলোক বৰমেধি স্মৃতি প্ৰকাশন, গুৱাহাটী-৬ |
| ১২/এনেদৰে (প্ৰবন্ধ) | ১৯৯২ চন নতুন অসম উদ্যোগ শাম, গুৱাহাটী-২১ |
| ১৩/এক সূত্ৰে বান্ধি আছি (মাউথে ওপন্তি যামৰ বঙালী সংকলন) | ১৯৯৪ বংগীয় সাহিত্য পৰিষদ |
| ১৪/ কবিসখা | ১৯৯৫ চন প্ৰবাল বুক এজেঞ্চী, উজান বজাৰ, গুৱাহাটী-৩ |
| ১৫/লোকা পাগ্‌লা (গল্প) | ১৯৯৪ চন প্ৰবাল বুক এজেঞ্চী, উজান বজাৰ, গুৱাহাটী-৩ |
| (দ্বিতীয় প্ৰকাশ) | ১৯৯৫ চন প্ৰবাল বুক এজেঞ্চী, উজান বজাৰ, গুৱাহাটী-৩ |
| ১৬/ভাবকাব্য (কবিতা) | ১৯৯৬ চন প্ৰবাল বুক এজেঞ্চী, উজান বজাৰ, গুৱাহাটী-৩ |
| ১৭/ কণিকা-উপন্যাস পত্ৰিকা | ১৯৯৬ চন প্ৰবাল বুক এজেঞ্চী, উজান বজাৰ, গুৱাহাটী-৩ |